# দুর্জন

ভূপেন্দ্ৰনাৰায়ণ ভট্টাচাৰ্য্য



সাহিত্য-প্ৰকাশ
ট্ৰিবিউন বিল্ডিংছ
গুৱাহাটী-৭৮১০০৩

Durjan—a social novel written by Shri Bhupendra-narayan Bhattacharyya of Gauhati and published by Sahitya-prakash, Tribune Buildings, Gauhati-781003. Price Rs. 10·00 only.

---

This book has been printed on concessional paper made available by the Govt. of India.

*

প্ৰকাশক :
সাহিত্য-প্ৰকাশ
গুৱাহাটী-৭৮১০০৩

*

প্ৰথম প্ৰকাশ :
মাৰ্চ, ১৯৮১ চন

*

মূল্য : ১০·০০ টকা

*

বেটুপাত :
লিখক

*

মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী-৭৮১০০৩



ইম্ফল চহৰত মৃত্যু হোৱা মোৰ
দাদা সুশীলচন্দ্ৰ ভট্টাচাৰ্য্যৰ কৰুণ
স্মৃতিত 'দুৰ্জন' উছৰ্গা কৰিলোঁ।।

কৰজগীয়া ঃ

'বৰ্তমান নতুন চামৰ সাহিত্য ৰচনাৰ ক্ষেত্ৰত এক হতাশা।
এই হতাশাৰ একমাত্ৰ কাৰণ হৈছে—'লিখাৰ ঠাই ক'ত'?
গুৱাহাটীৰ সাহিত্য-প্ৰকাশ আমাৰ মাজত কৰ
নোৱাৰাকৈয়ে আশাৰ সঞ্জীৱনী হৈ পৰিছে।
ভৱিষ্যতৰ নতুন লিখকসকলৰ বাবেও সাহিত্য-প্ৰকাশ
প্ৰেৰণাৰ উৎস হৈ থাকিব বুলি মোৰ দৃঢ় বিশ্বাস।

'দুৰ্জন' মোৰ সীমিত জ্ঞানৰ পৰিধিৰে লিখা উপন্যাস।
বয়োজ্যেষ্ঠসকলে ইয়াৰ ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দিলে
চিৰকৃতজ্ঞ হম।

বিশ্ববিদ্যালয়ৰ ছাত্ৰাৱস্থাতে লিখা এই উপন্যাসখনত
চকু ফুৰাই দিছে গণনাট্যকাৰ শ্ৰীযুত উত্তম বৰুৱাই। তেখেতৰ
ওচৰত মই চিৰকৃতজ্ঞ।

—লিখক

## আমাৰ কথা

স্কুলীয়া পাঠ্যপুথিসমূহ চৰকাৰীকৰণৰ পিছত অসমীয়া প্ৰকাশকৰ অৱস্থা দুৰ্বলৰপৰা আৰু দুৰ্বল হৈ পৰাৰ হেতু অসমীয়া কিতাপৰ প্ৰকাশ বৰ শোচনীয় হৈ পৰিছে। উদাহৰণস্বৰূপে বিগত বছৰটোৰ কথাকেঁই উল্লেখ কৰিব পাৰি। বছৰটোত প্ৰকাশ হোৱা কিতাপৰ সংখ্যা আঙুলিমূৰত লেখিব পৰা। তাৰ উপৰি অসমীয়া পাঠকৰ (যিসকলে নিজে কিতাপ কিনি পঢ়ে) সংখ্যা শিক্ষিত মানুহখিনিৰ শতকৰা ১০ ভাগ হ'লেও বোধহয় গৌৰৱ কৰিব পৰা গ'লহেঁতেন। এজন প্ৰবীণ ঔপন্যাসিকৰ প্ৰথম শ্ৰেণীৰ উপন্যাস এখনৰ দুই হাজাৰ কপি বিক্ৰী কৰোঁতে লাগে অতি কমেও (যদি উপযুক্তভাৱে বিজ্ঞাপন আদি দিয়া হয়) তিনি বছৰ, নতুন লিখকৰ হ'লেতো কথাই নাই।

আমি আৰ্থিক দিশৰ কথা বাদ দি নতুন লিখকক অনুপ্ৰেৰণা যোগোৱাৰ লগতে পঢ়ুৱৈৰ সংখ্যা বঢ়োৱাত অৰিহনা যোগোৱাৰ আশা লৈ সদৌ অসম ভিত্তিত পতা 'নতুন লিখকৰ সন্ধানত সাহিত্য-প্ৰকাশৰ তৃতীয় উপন্যাস প্ৰতিযোগিতা'ত যুটীয়াভাৱে তৃতীয় পুৰস্কাৰপ্ৰাপ্ত 'দুৰ্জন' পঢ়ুৱৈ ৰাইজলৈ আগবঢ়ালোঁ। পঢ়ুৱৈ ৰাইজে কিতাপখন অলপ মৰমৰ চকুৰে চালেই আমাৰ শ্ৰমে সাৰ্থকতা লভি 'চিৰচেনেহী ভাষা-জননী'ৰ বেদীত সেৱা কৰিবলৈ প্ৰেৰণা যোগাব।

সাহিত্য-প্ৰকাশ

## প্ৰস্তাৱনা অধ্যায়

১৯৪৫ চনৰ মে' মাহৰ দোকমোকালি।

ফুলিব ধৰা পাতল বেঙুনীয়া ৰঙৰ মেটেকাৰ ফুলবোৰৰ দাঁতিৰ ওখ গৰাত বগলী এটাই জুপুকা মাৰি সন্ধানী দৃষ্টিৰে পানীলৈ চাই থাকি কৰা কুঁ-কুঁ-কুঁহুত-কুঁ-কুঁ-কুঁহুত শব্দত নীলফুল সাৰ পাই গ'ল। কাণ দুখন অলপ সজাগ কৰি শব্দটো ক'ৰপৰা আহিছে অনুমান কৰিলে। চকু দুটা বহলকৈ মেলি তাই অনুমান কৰিলে—যেন অইন দিনৰ দৰে আজিও পূবৰ ফালৰ বাঁহনিডৰাৰ কোমল আগলি-বোৰ বতাহত দুলিছে, ৰিব্‌ৰিবাই পাতল বতাহ এছাটি বলিছে, হঠাৎ যেন কাউৰীৰ জাকটোৰ কোঢ়াল বাঢ়ি গৈছে,—তাই আচ্ছন্নৰ দৰে কাণ পাতি শুনিলে।

আৰু, শুনিবলৈ চেষ্টা কৰিলে কেপ্তেইন কেম্প্‌বেল চাহাবৰ টম্‌টম্‌ গাড়ীৰ শব্দ।

দুমাইল আঁতৰৰ চাহবাগিছাৰপৰা এইফালে প্ৰাতঃভ্ৰমণলৈ অহা আগৰ দুই নম্বৰ ৰেজিমেণ্টৰ অৱসৰপ্ৰাপ্ত কেপ্তেইন আৰু বৰ্তমানৰ চাহবাগানৰ মেনেজাৰ কেম্পে্‌বেলক চাবলৈ তাই এইখিনি সময়ত সদায় পদূলিমুখত বৈ থাকে। জুনুকা পিন্ধা ঘোঁৰাটোৰে কেপ্তেইন কেম্প্‌বেল আৰু মিছেছ কেম্প্‌বেল উঠা টম্‌টম্ গাড়ীখন টানি নিবৰ সময়ত এটা শব্দ হয়···ক্লপ্···ক্লপ্ জুন্-জুন···ক্লপ্ ক্লপ্-ঝন্-ঝন্···। এই শব্দটো তাই শুনিবলৈ ভাল পায় আৰু সেয়ে সদায় পদূলিমুখত এই সময়ত বৈ থাকে।

টম্‌টম্ গাড়ীৰ শব্দ এতিয়াও তাই শুনা নাই। বোধহয় বৰ বেছি পোহৰ এতিয়াও হোৱাই নাই। তাই শুই শুই আলস্য আৰু ক্লান্তিত ভাগৰি পৰা মানুহৰ দৰে ভাবিলে—বৰ সোনকালে উঠিলে নেকি?

তাই বিচনাৰপৰা উঠি আহিল। জালিকটা খিৰিকীবিহীন ঘৰটোৰ বেৰত থকা সামান্য ফুটাটোৰে চাই দেখিলে—বাহিৰত এতিয়াও স্পষ্ট পোহৰ হোৱা নাই, দূৰণিৰ সেউজ এতিয়াও ঘন হৈ আছে। আলস্য আৰু ক্লান্তি অনুভৱ কৰিলেও আজি আৰু তাই শুই নাথাকে। হয়তো অলপ পিছতেই কেবেনৰ আপ্পাৰ সৈতে চাহবাগিছাৰ বন্ধুৱাৰে ঘৰ ভৰি পৰিব।

এতিয়াও নীলফুলে কৰিবলগীয়া কাম বহুত আছে। গাহৰি গৰালৰ ঢাকনি, তাইৰ পোহনীয়া কপৌ চৰাইহালৰ বাঁহৰ ঢাকনিখন খুলি দিয়া হোৱাই নাই। হাঁহকেইটাৰ নেক্-নেক্ শব্দ, কুকুৰা চৰাইবোৰৰ পাখিৰ ধপ্ ধপ্ শব্দত তাই বেছি সজাগ হ'ল।

নাকেৰে দীঘলকৈ উশাহ এটা লৈ নীলফুলে বুজিলে—যোৱা ৰাতি আপ্পা আৰু আয়োই বনোৱা হাড়িয়াৰ গোন্ধটো এতিয়াও ঘৰটোৰ সকলোতে বিয়পি আছে। হাড়িয়া থোৱা হাণ্ডিটোৰ মুখত কিজানি ঢাকনি দিয়াই নাই। অন্ততঃ ওপৰত কিবা এখনতো দি থব পাৰিলেহেঁতেন।

হঠাৎ তাইৰ মনত পৰিল—আমি দেখোন এতিয়া কেতেকী ফুল আনিবলৈ যোৱাৰ কথা আছিল। মহুৱা, চাম্পা, পাৰ্বতীহঁত আহি পাবহি এতিয়া—

গাহৰি গৰালৰ দুৱাৰখন তাই খুলি দিলে। পথৰা গাহৰি হাল পদুলিৰ ফালে নাক বজাই দৌৰি গ'ল। দুগ্ধপূৰ্ণ স্তনেৰে গাহৰিজনী দৌৰি যাওঁতে পাত্তি হাঁহ দৌৰি যোৱাৰ নিচিনাকৈ দৌৰিলে। কুকুৰাকেইটাই পাখি কোবাই পলমকৈ হলেও ৰাতিপুৱাৰ ডাক দিলে। তীব্ৰবেগে পাখি কোবাই কোবাই বনৰ মাজত কিবা খুচৰিলে। কপৌ চৰাইহালৰ বাহৰ ঢাকনিখন খুলি দিয়াৰ লগে লগে ভুকুংকৈ উৰি গ'ল আৰু বাঁহৰ আগলি এটাত বহি কণ দিলে।

কেপ্তেইন কেম্প্বেলৰ আস্তাবলৰপৰা গাড়োৱানে ঘোঁৰা এটা উলিয়াই টম্‌টম্ গাড়ীখনত জুটি দিলে।

নৈৰ পাৰত ফুলি থকা বসন্তৰ ফুলৰ দৰে কমনীয় আৰু সজীৱ মুখৰ মিছেছ কেম্প্‌বেল প্ৰাতঃভ্ৰমণলৈ বুলি ওলাই আহি কেপ্তেইন কেম্প্‌বেলৰ ওচৰতে ৰহিল। বেগী ঘোঁৰাটোৱে নিমিষতে গাড়ীখন চাহ-বাগানৰ লাইনৰপৰা টানি আনি ৰাস্তাত উঠিলত চকাৰ তীব্ৰবেগ কমি গ'ল।

নীলবৰ্ণ আকাশৰ ধোঁৱা বৰণীয়া মেঘ ফালি সুতীব্ৰ বেগে পাৰ হৈ যোৱা বিমানৰ শব্দত টম্‌টম্ গাড়ীত উঠি নিত্য-নৈমিত্তিক প্ৰাতঃভ্ৰমণৰ বাবে আহি থকা মিছেছ কেম্প্‌বেল উচপ্ খাই উঠিল আৰু উত্তেজিত হৈ কেপ্তেইন কেম্প্‌বেলৰ বাউসিত ধৰি সুধিলে—এতিয়া আকৌ যুদ্ধ চলিছে নেকি ?

এক স্মিত হাঁহি মাৰি পাইপৰ ধোঁৱা উকৰাই কান্ধত হাত থৈ ক'লে—যুদ্ধ এতিয়া নাই, জাৰ্মান বাহিনীয়ে আত্মসমৰ্পণ কৰিছে। তথাপিও একেবাৰেই শেষ হোৱা বুলিও কব নোৱাৰি, হয়তো এইবাৰ ৰুছিয়াই জাপানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিব পাৰে।

অব্‌কোৰ্চ্‌!—মিছেছ কেম্প্‌বেলে সন্মতিসূচক ইঙ্গিত দি নিজৰ মৰাপাটৰ আঁহৰ ৰঙৰ দৰে চুলিকোছা দুই হাতেৰে মেৰিয়াই ঘোঁৰাচালকলৈ চালে। সেউজী অৰণ্যানিৰ মাজে মাজে গৈ থাকোঁতে চালকৰ মুখমণ্ডলত বসন্তকালৰ প্ৰাতঃ বেলিৰ কেঁচাহালধি ৰঙৰ সূৰ্য্যৰশ্মিবোৰ একাষৰীয়াকৈ দৌৰি ফুৰিছে।

মিছেছ কেম্প্‌বেলে কেঁচা ৰাস্তাৰ চৌদিশৰ নীলহড়িৎ অৰণ্যানিৰ ফালে চাই হঠাৎ বহাহত উগ্ৰ সুগন্ধ এটা পাই আবেগিকভাৱে এটা দীৰ্ঘশ্বাস লৈ চকু দুটা মুদি সেই সুগন্ধ ক'ৰপৰা আহিছে তাক জানিবলৈ ব্যাকুল হৈ নিমিষতে চৌদিশে চকু ফুৰাই ঘোঁৰা-চালকক গাড়ী ৰখাবলৈ ইঙ্গিত দিয়াত সেইখন ৰৈ গ'ল আৰু এই অদ্ভুত দুই যোৱা গোন্ধটো ক'ৰপৰা আহিছে তাকে সুধিলে।

—সেইয়া কেতেকী ফুলৰ গোন্ধ, ম্যাদাম! ছমাহলৈ তাৰ গোন্ধ থাকে। ভালদৰে পুৱঠ হলে এবছৰ পৰ্য্যন্ত—

—আই ছি ! বাট্, হোৱেৰ—ইট্ ইজ্ ?

গাড়োৱানজনে টিলাটোৰ ওচৰৰ বেতৰ জাৰণিখন দেখুৱাই দিলে । তাৰে ওচৰতে সেইয়া মাখিয়তী আৰু দীঘলতি গছ । সেইজোপা নাহৰ । তাৰ কাষতে যে সেইজোপা কাঁইটীয়া জঁটাৰ নিচিনা কেতেকী ফুল । প্ৰতিবছৰে চ'তৰ শেষত ফুলে—

—ডেট্ মিন্‌ছ, ইট্ ব্লুম্‌ছ জাষ্ট্ এট্ দ্য মিডিল অব্ দ্য এপ্ৰিল—কেপ্তেইন কেম্প্‌বেলে মিছেছ কেম্প্‌বেলক বুজাই ক'লে ।

টম্‌টম্ গাড়ীৰ চালকজন কিছুবেলি তেনেকৈ থাকিল । এবাৰ মিছেছ কেম্পবেলৰ মুখৰ ফালে চকু দি বুজিব পাৰিলে—তাৰ ম্যাদামে তেনেকুৱা সুগন্ধ থকা কেতেকী ফুল এটা পোৱাটো বিচাৰে ।

সি গাড়ীৰ ছিট্‌টোৰপৰা জঁপিয়াই নামিল আৰু কেতেকী ফুল থকা ঠাইডোখৰলৈ যাবলৈ বিচাৰিলে ।

নাহৰ গছজোপা পাৰ হৈয়ে সি উচপ খাই উঠিল ।

—হাৰে ! এই দোকমোকালিতে তহঁত ইয়াত কিয় ?

—পিছে তই একা ? নীলফুলে সুধিলে ।

—আগতে তহঁতেই কচোন, ইয়ালৈ কিয় আহিলি ?

—আমি কেতেকী ফুল ছিঙিব আহিছিলো । বাৰীৰ পাছে পাছে আহি এইখিনি পাইছোঁ । এইয়া চা কি চমৎকাৰ গোন্ধ ! কি মজাৰ গোন্ধ ।

—চমৎকাৰ, চমৎকাৰ, দেখিবি আমাৰ মাটিৰ ঘৰবোৰ এতিয়া গোন্ধাই থাকিব—মহুৰাই ক'লে । পিছে আচল কথা কি জান ? আজি নীলফুলৰেই দিন । আজি তহঁতৰ ঘৰত ৰায়ৱাৰী আহিব আৰু লগত আহিব কেবেনৰ আপ্পা[১], চাহবস্তিৰ গিৰমিটৰ মানুহ । কি ঠিক, এই সপ্তাহৰ ভিতৰতে ৰায়বৰ[২] বাপ্লা[৩] হৈ যাব পাৰে,—

—আৰে মহুৱা, তইনো তাক সেইবোৰ খবৰ কিয় দিয় ? বেচেৰা মৰি যাব এতিয়া—

---

১ আপ্পা আৰু আয়ু—দেউতাক আৰু মাক ।
২ ৰায়বৰ—বিয়া বন্দোৱস্তকাৰী ।
৩ বাপ্লা—চাওঁতালসকলৰ এক প্ৰকাৰ বিবাহ পদ্ধতি ।

—যা তহঁত চব পাগলী। মই নীলফুল কেবেনৰ লগত থকাটোৱেই বিচাৰোঁ। সি শিক্ষিত তাতে নীলফুল মোৰ ঘৰৰ ওচৰৰে—

—হয় নেকি? মহুৱাই ঠাট্টাৰ সুৰেৰে সুধিলে।

—ঐ বৰকৈ চিঞৰ-বাখৰ নকৰিবি।

—কিয়?

—সেইয়া দেখিছ (বেতৰ জাৰণিখনলৈ মহুৱাক চোঁচৰাই আনে) দেখিছ? টমটম্ গাড়ীত চাহবাগানৰ মেনেজাৰ 'কেম্বেল'চাহাব। অনবৰত খণ্ডতেই থাকে। ইয়ালৈ আহিবলৈ বেছি দিন হোৱাই নাই।

—জানো দে। মই সদায় ৰাতিপুৱা দেখিয়েই থাকো। নীলফুলে দৃঢ়তাৰে ক'লে।

—হয় নেকি? সি আগতে ৰেজিমেণ্টৰ 'কাপ্তান' আছিল। ডিব্রুগড়ত দহ বছৰ আছিল। মেমচাহাব বৰ চালাক। এতিয়া তহঁতে মোক যেনে তেনে ফুল এটা দে, নহলে ফুল পাৰিবলৈ হাকুটিডালকে দে, দুটাৰ এটা—

—হাকুটিডাল লৈ কি কৰিবি? ফুল যে গছত এটাও নাই।

—তেনেহলে মোক কেতেকী ফুল এটা দিবিনে? নহ'লে মেম-চাহাবৰ ওচৰত লাজ পাব লাগিব। মৰদৰ বাচ্চা হৈ যদি ফুল এটাকে মেমচাহাবক দিব নোৱাৰিলো, তেনেহলে আমাৰ কাৰণে এইটো লজ্জাৰ ব্যাপাৰ নহবনে? কমছে কম, এটা ফুল নিবই লাগিব। এই ল, কপ্‌নিত[৪] থুচি থোৱা এই তামৰ পইচা দুটা আছিল (কপ্‌নিৰপৰা তামৰ পইচা দুটা উলিয়াই) তাকেই ল। মহাৰাণীৰ দিনৰেই সাঁচতীয়া পইচা, তথাপি মোক ফুল এটা দে—

—এই ফুল দুটা লৈ যা। পইচা আমাক নালাগে। এনেয়ে দিলো।

—চাব্বাচ নীলফুল! ঠাকুৰে তোক মঙ্গল কৰক।

---

৪ কপ্‌নি—কাম-বন কৰিবলৈ ব্যৱহাৰ কৰোতে কঁকালত পিন্ধা কাপোৰ।

—চাবি আকৌ, মেমচাহাবে ফুলৰ গোন্ধ পাই কেম্বেল চাহাবকে পাহৰি যাব ।—নীলফুলে ৰগৰ কৰি ক'লে ।

—ধেৎ, পাগলী, বগা চামৰাই জানো কেতিয়াবা ক'লা চামৰাৰ মানুহক ভাল পাব পাৰে ? বাঘে ছাগে একেলগে পানী কেতিয়াও নাখায় । খালেও কাৰোবাৰ কথা বিষম—

এইবাৰ সিহঁতে একো নক'লে । ঘোঁৰাচালক গুচি গ'ল ।

নীলা অপৰাজিতা ফুলৰ দৰে ৰঙীন চকুৰ মিছেছ কেম্প্‌বেলে কেতেকী ফুলৰ তীব্ৰ সুঘ্ৰাণত মতলীয়া হ'ল আৰু তাক বঙলাত এটকীয়া ৰূপৰ মুদ্ৰা এটা বক্‌চিচ দিব বুলিও কথা দিলে ।

কেপ্তেইনে কেম্প্‌বেলে দেখিলে পাহাৰৰ প্ৰান্তবৰ্তী অঞ্চলৰ পথাৰৰ উৎকট সেউজীয়া ঘাঁহনিৰ মাজেৰে কেবাজনো মানুহ আহি আছে (কেবেন, ৰায়ৰাৰী, কেবেনৰ আপ্পা, দেদেৰে, বাগাল, চিবু, সনন্ত আৰু কেবাজনো বন্ধুৰা এখন বিশাল পথাৰৰ মাজেৰে বেগাই খোজকাঢ়িছে ।)

মিছেছ কেম্প্‌বেলে গুণগুণালে । কেপ্তেইনে মনতে কিবা এটা ভাবিলে আৰু মন্তব্য দিম বুলিও নিদিলে ।

টম্‌টম্ গাড়ীৰ চকা তীব্ৰভাৱে ঘূৰিবলৈ ধৰিলে ।

দূৰৈত ছাঁই ৰঙৰ চহ কৰা মাটি আৰু দুয়োকাষৰ উগ্ৰ সেউজ ক্ষেত্ৰ ঢৌ খেলোৱা উৎকট নীলবৰ্ণ পাহাৰৰ কাষৰ ৰঙা মাটিৰ আলিটোৰপৰাই আৰম্ভ হৈছে সেইখন সৰু আদিবাসী গাওঁ । গাৱঁৰ নিস্তব্ধতা ভেদি, পুৱাৰ মৃদু সমীৰণ ভেদি টম্‌টম্ গাড়ীৰ শব্দ······ক্লপ্-ক্লপ্-ক্লপ্······জুন্-জুন্-জুন্······ঝন্-ঝন্···

ৰাস্তাৰে পথৰা বনৰীয়া গাহৰি এটা দৌৰি গ'ল ।

ঘাঁহ খাই থকা ম'হ এটাই টম্‌টম্ গাড়ীৰ শব্দ শুনি ভয় খাই বিলৰ মেটেকাৰ কাষ পালে । বলধ গৰু এটাৰ ওপৰত কাউৰী এটা বহি ঠোঁটেৰে গৰুৰ ছালৰ ওকণিবোৰ খুচৰিছে । শালিকা চৰাই এযোৰ ভুকং কৰে উৰি গৈ পলাশ জোপাত পৰিছে

ৰঙা আলিটোৰ দুয়োদাঁতিয়ে ঘৰবোৰ। ঘৰৰ সন্মুখে সন্মুখে ওখ শাল, শিমলু, পলাশ আৰু নাহৰ গছ। মাজে মাজে দুই-এজোপা সোণাৰু, কৃষ্ণচূড়া, ৰাধাচূড়া.। বোকাৰ বেৰৰ ঘৰবোৰত এতিয়া সূৰ্য্যৰশ্মি পৰিছে। গোহালি ঘৰ, গাহৰি গৰাল, কুকুৰা গৰাল, পাৰ চৰাইৰ বাহবোৰ এতিয়া শূন্য। সন্মুখৰ উগ্ৰ সেউজ ক্ষেত্ৰৰ কাষে কাষে গৰু-ম'হবোৰ চৰি আছে। গোবৰ পেলোৱা ঠাইঁ, শাক-পাচলিৰ বাৰী, আয়ত ক্ষেত্ৰাকাৰ, বৰ্গ ক্ষেত্ৰাকাৰ, ঘূৰণীয়া আৰু আকাৰহীন চোতাল সকলোকে সূৰ্য্যৰশ্মিয়ে ছুই গৈছে।

মহুৱা ফুলৰ কলি আৰু পাহিৰে বনোৱা ৰাগী খাই গৰখীয়া মাণিক মাৰাণ্ডিয়ে এইমাত্ৰ গৰু-ম'হবোৰ কোবাই চৰাবলৈ নিছে।

পথাৰৰ মাজৰ কদম গছজোপাত থকা কাউৰীবোৰে কিবা এটা শব্দত উজাৰ খাই উঠাৰ দৰে দেদেৰৰ কথা বাগালে সহ্য কৰিব নোৱাৰি জিকাৰ খাই উঠাৰ দৰে কৰিলে (চাহ বস্তিৰপৰা ওলোৱাৰ পিছৰেপৰা পৃথিৱীৰ উৎপত্তি কেনেকৈ হ'ল, এই বিষয়ে দুয়োৰে মাজতে তৰ্কা-তৰ্কি চলিল, কোনোৱে কাৰো কথা গলাধঃ-কৰণ নকৰিলে আৰু এই পৰ্য্যন্ত সেই বিষয়ে দুয়োৰে মাজত তৰ্কা-তৰ্কি চলিয়েই আছে।)

—পৃথিৱীৰ উৎপত্তি তেনেকৈ হোৱা নাই (বিজ্ঞৰ সুৰ)—বাগালে দেদেৰেক বুজাবলৈ চেষ্টা কৰিলে।

খুব তিতা বস্তু গলাধঃকৰণ কৰিব নোৱাৰাৰ দৰে দেদেৰে বাগালৰ কথা সহ্য কৰিব নোৱাৰি এবাৰ বিদ্ৰূপৰ চাৱনিৰে চালে আৰু দলটোৰ লগে লগে গৈ থাকিল। সৰিয়হ তেলৰ চাকি হঠাৎ এবাৰ ভমক্ কৰে জ্বলি উঠাৰ দৰে তাৰ খংটোও যেন তেনেকৈ ভমক্ কৰে উঠিল; নিজকে তথাপি সংযত কৰিবলৈ চেষ্টা কৰি আকাশৰ ফালে চাই থাকিল। এবাৰ আকাশৰ ফালে তেনেকৈ চাই থাকিয়েই তাক উদ্দেশ্য কৰি ক'লে—ভুলকৈ প্ৰচাৰ কৰিব খোজ কিয়? নিজৰ মানুহে নিজৰ কথা নাজানিলে কেনেকৈ হব?

বাগালে ৰাস্তাৰ সোঁমাজত বৈ গ'ল আৰু নিৰ্বিকাৰভাৱে আগবাঢ়ি যোৱা দেদেৰেক উদ্দেশ্য কৰি প্ৰতিবাদৰ সুৰত সুধিলে—তেনেহলে কেনেকৈ ?

ৰুদ্ধশ্বাসে দেদেৰে ক'লে—নিজেও নাজান আৰু অইনৰপৰাও জানি-বুজি লব নোখোজ । তই কোৱাৰ দৰে পৃথিৱীখন তেনেদৰে উৎপত্তি হোৱা নাছিল ।

ক্ৰুদ্ধভাৱে বাগালে তাৰ ফালে চালে ।

—ঘটনাটো কি জান ? পৃথিৱীখনৰ উৎপত্তি হৈছিল অন্য ধৰণে। পৃথিৱীখন পোনতে পানীৰ তলত আছিল । সেই পৃথিৱীক ঠাকুৰে পানীৰ তলৰপৰা উদ্ধাৰ কৰিলে কাছৰ সহায়ত । কাছই পৃথিৱীখন তাৰ পিঠিৰ ওপৰত ধৰি ৰাখিলে ।

—কিয়নো তেনেদৰে ধৰি ৰাখিলে ? (বাগালৰ প্ৰশ্নত ঠাট্টাৰ সুৰ)

—এই কাৰণেই ৰাখিলে, যাতে এযোৰ ৰাজহাঁহে তাতে বহি কণী পাৰিব পাৰে । চাৰিওফালে পানী, পানীৰ ওপৰত ৰাজহাঁহযোৰে কণী পাৰে কেনেকৈ ? কাছই, গতিকে পৃথিৱীক তাৰ পিঠিত তুলি ধৰিলে ; তাতে এযোৰ শুকুলা হাঁহে কণী পাৰিলে । সেই কণীৰপৰাই পিলকু হাৰাম[৫] আৰু পিলকু বুধি[৬] জন্মিলে । পিলকু হাৰাম আৰু পিলকু বুধিৰ বিয়া হ'ল আৰু সতি-সন্ততিৰে এই জগত আমাৰ মানুহেৰে ভৰি পৰিল । পিলকু বুধি আৰু পিলকু হাৰাম চাওঁতালৰ পূৰ্বপুৰুষ ।

—আস হাঁ-হাঁ-হাঁ—কেবেনে দেদেৰেৰ ফালে চাই ঢেক্‌ঢেক্‌কৈ হাঁহিলে আৰু ধনুখন মাটিত গুজি তাতে ভৰ দিয়াৰ নিচিনাকৈ থাকি দলটোৰ ফালে চালে । এই সকলোবোৰেই গোকাট মিছা কথা—সি ক'লে । মিছা কথা এইচব, মই হলে নামমাত্ৰও বিশ্বাস নকৰোঁ । এই কথাবোৰেৰে আমাৰ ভিতৰত যাতে ইজনে সিজনক বুৰ্বক বনাব পাৰোঁ তাৰবাবেই সাজি লোৱা হৈছে । এইবোৰ আচলতে কিছুমান অন্ধবিশ্বাস । হাঁহেনো কেতিয়াবা

৫ পিলকু হাৰাম—চাওঁতালসকলৰ পূৰ্বপুৰুষ ।
৬ পিলকু বুধি—চাওঁতালসকলৰ পূৰ্বপুৰুষ ।

মানুহৰ জন্ম দিব পাৰেনে ? কণীৰপৰানো মানুহৰ জন্ম হয়নে ? ধেৎতেৰি—

খুব আমোদ পোৱাৰ নিচিনাকৈ বাগালে এইবাৰ সৰ্বশক্তি প্ৰয়োগ কৰি ঢেকুৰেকে হাঁহি দিলে।

এৰা, হাঁহেনো ক'ৰবাত মানুহৰ জন্ম দিব পাৰেনে ? (আচলতে বাগালৰ পৃথিৱী সম্পৰ্কে কোনো ধাৰণাই নাই, মাত্ৰ দেদেৰেক তুচ্ছ-তাচ্ছিল্য কৰাৰ বাবেহে সি কেবেনৰ কথাত হয়ভৰ দিছে)

বাগালে কেবেনক প্ৰশংসা কৰিলে, আনপিনে দেদেৰে কেবেনৰ ওচৰত লজ্জিত হ'ল। সি ভাবিছিল, তাৰ কথাবোৰ লগত অহা কেইজনে মন দি শুনাৰ দৰে, কেবেনেও গভীৰ আস্থাসহকাৰে শুনিছে আৰু কথাবোৰ মানি লৈছে।

ঠাকুৰে[৭] তোক কেতিয়াও ক্ষমা নকৰে কেবেন,—দেদেৰে দৃঢ়ভাৱে ক'লে। শিক্ষিত হৈ জাতিৰ নামত তই কলঙ্কহে হলি।

কেবেনৰ মুখত এটা মৃদু হাঁহি খেলি গ'ল, সি কপালৰ ঘামখিনি মচি পেলালে; অকস্মাত তাৰ মুখখন আৰু বেছি স্নিগ্ধতাৰে ভৰি পৰিল।

দেদেৰে বুজিলে,—কেবেন তাৰ মতত অবিচলিত।

সেমেনা-সেমেনি কৰি কৃত্ৰিম বিব্ৰত মুখে সি ক'লে—ঠাকুৰে তোক কেতিয়াও ক্ষমা নকৰে কেবেন ! শিক্ষিত হৈ, ইংৰাজী শিকি তই চাওঁতালৰ নামত কলঙ্কহে হলি। তথাপি এটা কথা মনত ৰাখিবি ভাই, ঠাকুৰে আমাক বিপদত সহায় কৰে,— কৰিছে আৰু কৰিবও। আমাক তেওঁ ভাল পায়।

—হয় নেকি ? ঠাকুৰক দেখুৱাই দিব পাৰিবি ?—কেবেনে বিদ্ৰূপেৰে ক'লে।

—তেওঁক আমি দেখা নাপাওঁ আৰু আমাকো তেওঁ দেখা নিদিয়ে। তেওঁ অদৃশ্য। তই হয়তো নাজান। জানিবি কেনেকৈ ? সৰুৰেপৰা মফস্বলত থকা ল'ৰাই এইবোৰ জানিবলৈও ইচ্ছা নকৰে।

৭ ঠাকুৰ—চাওঁতালসকলৰ উচ্চতম ঈশ্বৰৰ প্ৰতীক।

আৰু তোৰ নিচিনা চাহাবৰ লগত থকাজনেনো কেনেকৈ ঠাকুৰক চিনি পায় ?

—তাৰ মানে তই চিনি পাব ?

—নিশ্চয়, ঠাকুৰে আমাক জীৱন দিছে, বৰষুণ দিছে, ধানৰ পথাৰ দিছে আৰু খাবলৈ খেতি-পথাৰ ধানেৰে ভৰাই দিছে—

এইবাৰ চিবুৰো খং উঠিল কেবেনৰ কথাত। কেবেনক সিও নাস্তিক বুলি ভাবি অতি ধৈৰ্য্যৰে নিজকে সংযত কৰিলে।

মৌঞ্চিহাড়াম[৮] আৰু ৰায়ৰাৰী উভয়ে কেবেনৰ ব্যৱহাৰত বিতুষ্ট হ'ল যদিও জ্যেষ্ঠতাৰ খাতিৰত দুয়ো অন্ততঃ আজিৰ এই বিশেষ দিনটোৰ বাবে নিজকে নিজে সংযত কৰি নীৰৱে থাকিল। যিহেতু বন্ধুৰা বস্তিৰ এই দলটো বাপ্লা সংক্ৰান্ত কথাৰ বাবে এই গাৱঁৰে শামুকৰ চূণৰ বেপাৰী সনতৰ ঘৰলৈ আহিছে। (সনতৰ বেটীৰ লগত কেবেনৰ বাপ্লা হোৱাটো বিধুৰেও বিচাৰে। তাৰ পিছত, সনত বিধুৰ ঘৰলৈ অহাৰ কথা।)

—এইচব কাজিয়া বাদ দিয়াই ভাল। মুখীয়াল মৌঞ্চিহাড়ামে ক'লে।

—আজিৰ কাৰণে এইচব বাজে আলোচনা বাদ দিয়া ভাল। তইঁত একো একোটা কুলাঙ্গাৰ। ৰায়ৰাৰীয়ে মৌঞ্চিহাড়ামক সমৰ্থন কৰিলে।

—আমি আহিছোঁ ইয়ালৈ অন্য এটা উদ্দেশ্যত, গতিকে আজি আমাৰ ভিতৰত মনোমালিন্য নোহোৱাই ভাল নেকি ! শান্ত-সৌম্য মূৰ্ত্তিৰ মৌঞ্চিহাড়ামে ক'লে। আমি নিশ্চয় আজি শুভকাম এটাৰ বাবেহে ওলাইছোঁ। কেবেনৰ আপ্পা, বিধুৱে আমাক লগত আনিছে বাৌলু[৯] চাবৰ বাবেহে।

পৃথিৱীখন কেনেকৈ উৎপত্তি হ'ল সেই বিষয়ে নিষ্পত্তি কৰিবৰ বাবে আমি আটায়ে এদিন লগ লাগিলেই হ'ল। সেইদিনা যাৰ

---

৮ মৌঞ্চিহাড়াম—গাওঁবুঢ়া। ৯ বৌলু—কইনা।

যি খুচি তাকে কব পাৰিব—নে কি কৰ বিধু ? ৰায়বাৰীয়ে বিধুৰ ফালে চাই সুধিলে।

বিধুৱে স্মিত হাঁহি এটা মাৰিলে।

—হাঁমিতো আহ কহিছে ৰায়ৰাৰী বাপ। এইৰকম দাঙ্গা-হাঙ্গামা হলে আমাৰ ভী মন খাৰাপ লাগিছ্‌ৰে। বীলুৰ ঘৰ দেখিব আহি এই চব অমঙ্গল দেখিলে আচ্ছা নাই লাগিছ্‌ৰে কেবেন !

—ই অমঙ্গলৰ চিন নহয় আপ্পা। সকলো সময়তে এটা কথাকে ধৰি থাকিলে আমাৰ নচলে। আমি এতিয়াও বীলুৰ ঘৰ সোমোৱাই নাই। আমাক এই……

'আমাক এই'—শব্দ দুটা কোৱাৰ মুহূৰ্ততে ৰায়ৰাৰীয়ে বুজিলে—দৰাচলতে সি কি কব খুজিছে। সেই কথা উপলব্ধি' কৰিব পাৰিয়েই চকু টিপিয়াই কেবেনক সতৰ্ক কৰি দিলে।

ঠাৰে-চিঞাৰে কেবেনেও বুজিব পাৰি পৰিবেশটো অনুধৰণে নিবলৈ কথাৰ সুৰ বদলাই—'আমাক এই অন্ধ বিশ্বাসবোৰে একো নকৰে' বুলি কোৱাৰ সলনি ক'লে এনেকৈ—আমাক এইমাত্ৰ কেম্প্‌বেল চাহেবে যদি টম্‌টম্ গাড়ীৰে আহি থাকোঁতে দেখা পায় ? তেতিয়া ?

ৰায়ৰাৰীয়ে তাৰফালে চাই কোনোৱে নজনাকৈ হাঁহি এটা মাৰিলে আৰু মনে মনে তাৰ উপস্থিত বুদ্ধিক প্ৰশংসা নকৰি নোৱাৰিলে। দুয়োবে বাহিৰে এই কথা কোনোৱে নাজানিলে।

—কেম্প্‌বেল চাহাব আহিলে কি কৰিবি এতিয়া ?

—কৰিবৰনো কিটো আছে ? গিৰমিটত অহা কাৰণে জানো সেইটো নতুন কথা ? অইন দিনা যদি ঘোঁৰাৰে আহি থাকোঁতে এটা চালাম দিলোহেঁতেন আজি তাৰ সলনি ৰাস্তাৰ দাঁতিত আঠুকাঢ়ি সেৱা জনাম। নে কি কৰ ? সনন্তই ক'লে।

—মুঠতে সোনকালে বীলুৰ ঘৰ পালেই হ'ল। ঘৰ পালেই আমি আটাইয়ে গা ধুব পাৰিলেই ঠিক্‌ছে পেট পুৰাই খাব পাৰিম। ৰাগালে ৰগৰ কৰি ক'লে।

—সৌৱা তহঁতে গাৱঁৰ মোৰ পালিহিয়েই। তেনেহলে যাবিগৈ। মই আৰু নাযাওঁ। এতিয়া বিললৈ যাম। বিলৰ পাৰত বহুতো ডাউক পৰে এই সময়ত। দলঘাঁহবোৰৰ মাজে মাজে শৰালিও পৰে দুই এটা। ৰতন মুণ্ডা, কুৰ্মীও তালৈ অহাৰ কথা—

—তহঁত যাগৈ।

তাৰ পিছত কেবেনে ধনুৰ গুণডালত আঙুলিৰে বজাই সুহুৰিয়াই সুহুৰিয়াই দক্ষিণৰ ফালৰ ৰাস্তাটোৰে বেগাই গুচি গ'ল।

ঐ কেবেন—বাগালে চিঞৰিলে।

সি উভতি চালে—কি হ'ল ?

তোক আমাৰ চিকাৰৰ দিহ্‌ৰি[১০] যেন লাগিছে।

সি এইবাৰ ঘূৰি নাচালে আৰু সন্মুখৰ ফালে চাই হাঁহি হাঁহি গৈ থাকিল।

*

বিধুৱে ধুতিৰ খোঁচোনাৰপৰা শুকান শালগছৰ পাত এটা উলিয়াই ধঁপাতৰ পাত এটা মেৰিয়াই বিৰি এটা বনাবলৈ লাগি গ'ল।

আৰে বিধু, তোৰ চেলেৰ চোখ আচল চোখ। ঐ ভাৰী চালাক আছেৰে—বিধুৰ সমবয়সীয়া কনহুৱে ক'লে।

মানে ? আমি বুজা নাই।

আৰে বুজিবি কেমন কৰে ? আমি নীলফুল, মানে সনতৰ জী নীলফুলেৰ কথা বলছিছ ৰে। একদিন, যি সময় কুকুৰা যুঁজ বাজাৰে দেখিছিল, ঐ সময় কেবেনৰ সাথ নীলফুলক আমি দেখছিছ্‌। দেখবি আৰ কি ? চাৰা ছোটনাগপুৰ খুজিলেও ঐৰকম বেটী নহী মিলিবেক্ ৰে। ঐ কেবেনৰ সাথ থাকিলে একটা ভালো মেঝেন হবেক ৰে। আমি মিদনাপুৰ, দিনাজপুৰ, হাজৰিবাগ, সিংভূম, বাকুৰা চব জাগায় সফৰ কৰি, তবু নীলফুলেৰ মত খুবচুৰত চোক্ৰী নাই দেখিছ্‌ ৰে ভাই। আৰ ওৰ গায়েৰ ৰংটা কি চমৎকাৰ ! ঠিক একদম মাগুৰ মাছেৰ মত। গোৰাও

১০ দিহৰি—চিকাৰৰ সময়ত প্ৰধান বাট দেখুওৱা মানুহজন।

নহয়, কালাও নহয় আৰু চাধাও নহয়, মানে ওৰ মাঝা-মাঝি। নাকটা ঠিক তিলফুলেৰ মত সুন্দৰ, আৰু চোখটা ? একদম চেলকানা মাছেৰ মত। চাদাৰ উপৰে নীল আঁচেৰ শাড়ী। কেঁহৰাজ ফুলেৰ মত ৰং। তিলফুলেৰ মত নাকে চান্দীৰূপেৰ কি ঝক্ ঝক্ নাকফুল……

…আৰ খোপায় কি ?

ডগ্‌বগ করে লাল লাল ফুল

নাকেৰ মাজে ঝক্ ঝক্ চান্দীৰূপেৰ নাকফুল…নাকফুল…

কালো চুলিৰ মাজে মাজে লাল লাল জবাফুল…জবাফুল…

ঝল মল্ কৰে চান্দী ৰূপেৰ কাণফুল—(কনহুৱে হাড়িয়াৰ ৰাগীত বিকৃতভাৱে নাচে)

ৰায়ৰাৰীয়ে আজি অলপ অস্বস্তি বোধ কৰিলে। কনহুৱে সিহঁতৰ লগত আহিবলৈ ওলাওঁতেই ৰায়ৰাৰীয়ে বিধুক ঠাঁৰে-চিঞাৰে বুজাইছিল--আজিৰ কাৰণে সিহঁতে কনহুক লগত নিনিয়াই ভাল। হাড়িয়া সি প্ৰয়োজনতকৈ অধিক খালে।

বিধুৱেও কনহুৰ কথা-বতৰাত অস্বস্তি বোধ কৰি আছে আৰম্ভনিৰেপৰা। তথাপি সি তাক একো নক'লে।

আৰে বিধু ভাই, তুই খাবাৰ পাইছ না ? আৰে ভাই আমাকে তুই খাবাপ নহী সমঝিবিক ৰে। কেবেনৰ বাপ্‌লাই আমি স্ফূৰ্তি কৰিবে। হাড়িয়া খাই নাচিবে, বাজাবে।

বস্তিত সোমোৱাৰ পিছত দলটোৱে চাওঁতালী ঢোলৰ শব্দ শুনিবলৈ পোৱাৰ পিছত সনন্তৰ চকুত এক কৌতূহলৰ দৃষ্টি নিক্ষেপিত হ'ল। সি এটা ধাৰণা কৰিলে, বস্তিৰ কোনোবাই ঢোল বজোৱাৰ অভ্যাস কৰিছে আৰু কোনোবা এজনে শিকাইছে।

এই বস্তিৰ মানুহে আমাৰ দৰে গোলামী নকৰে—নহয়নে দেদেৰে ?—সনন্তই দেদেৰেক সুধিলে।

এই বস্তিৰ মানুহ এসময়ত সিংভূম, বাকুৰা, পৰগনাৰপৰা পলাই অহা। জমিদাৰসকলৰ উৎপাতত তাৰপৰা পলাইছে। প্ৰথমতে

ইয়ালৈ তিনিঘৰ মানুহ আহিছিল। তাৰপৰাই শেষত গাওঁ এখন হ'লগৈ। অসমীয়া মানুহেই এই মাটিবোৰ দিছিল বুলি মোক আপ্পা আৰু আয়ুৱে কৈছে। আমাৰ লাহে লাহে মাত-কথাবোৰো সলনি হ'ল, আমি এতিয়া চাওঁতালী কবই নোৱাৰোঁ। ইয়ালৈ অহা আমাৰ এশ বছৰৰ ওচৰা-উচৰি হ'ল।

তহঁতে যে অৰ্থাৎ তহঁতৰ গাৱঁৰ মানুহে যে গোলামী নকৰে, মাদলৰ ছেওতেই বুজি পোৱা গৈছে। মন কৰচোন। মাদলৰ শব্দটোও মনযোগ দে। হেইয়া শুন,—আৰে—ৰে—ৰে—

ধা—ধিন্—তা
ধা—ধিন্—তাতাক্—তা
ধা—ধিন্—তাক্
তাক্—তা, ধা—ধিন্ তাক্
তাক্—তা—তা
ধা—ধিন্—তাক্

সনন্ত আত্মহাৰা হোৱাৰ দৰে হ'ল। বহুদিনৰ মূৰত মাদলৰ লয়টো শুনি তাৰো নাচত যোগ দিয়াৰ ইচ্ছা হ'ল। চাহ-বাগিছাত কাম কৰি আৰু বিজনিত জমিদাৰৰ ঘৰত কোৰ মাৰি মাৰি যেন সি তাৰ সকলো তামচা-স্ফূৰ্তি হেৰুৱাই পেলাইছে।

দেদেৰে সনন্তৰ ফালে চালে—কি অ' ভাবিছ কি ?

তাৰ বহুবছৰ আগৰ কথাবোৰ মনত পৰিল। সোণ ৰঙৰ ধানখেৰবোৰ এঠাইত দ'মাই থোৱা ছবি তাৰ মানস পটত ভাঁহি উঠিল। খেতি পথাৰলৈ মনত পৰিল। কেঁহেৰাজ ফুলৰ দৰে চক দিয়া শাড়ী পিন্ধা স্বস্তিলৈ মনত পৰিল। তাৰ এতিয়াও মনত আছে সি যেতিয়া সৰু আছিল, তেতিয়া সিহঁতৰ গাৱঁত এবাৰ বৰ খৰাং বতৰ হৈছিল। বৰষুণ নোহোৱাত সকলোৱে আলোচনা কৰিছিল—ময়ূৰ পাখি বান্ধি লৈ নচা নাচ নাচিলে হয়তো বৰষুণ হবও পাৰে। স্বস্তিয়ে নাচিবলৈ আহি জুমটোৰ পাছফালে বৈ আছিল। নাচ শেষ হোৱাত সি পুনৰ স্বস্তিক ভাত দেখিছিল। মুখত সৰিয়হ তেল ঘঁহি, নাকত চান্দীৰূপৰ

নাকফুল পিন্ধি, খোপাত বনৰীয়া ফুল গুজি, তাৰ ফালে চাই আছিল।

মোৰ ইয়াত থাকি একেবাৰে ভাল লগা নাই—সনন্তই ক'লে। বাগিছাত মজুৰী কৰাতকৈ নাখায়-নবৈ মৰাই ভাল।

চিন্তা কৰি কি লাভ ? যাবি কাহা ৰে সনন্ত ? চবফালে একেই ধান্দা। নিজৰ গ্ৰামত অভিতো বহুত হাল্লা। 'দিকুদেৰ'[১১] সাথ ৰোজ হাল্লা, হাঙ্গামা।—চিবুৱে দুখেৰে ক'লে।

ৰেলৱে লাইন বনোৱা—'ঘণ্টস্থ চাহাববোৰৰ'—উৎপাতত থাকিবই নোৱাৰি। মাণিক চাওঁতালৰ ছাগলী, মুৰ্গী, গৰু চব লৈ গৈছে।

লেকিন, হামাৰ একদম আচ্ছা নাই লাগিছে ৰে। কনহুৱে ক'লে। এই গ্ৰামে যদি কহি জাগা থাকে—

একেই সমস্যা। দেদেৰে আৰু বাগাল এই গাৱঁৰে। বাপেক মৰাৰ পিছত ছুয়োৰে কি সমস্যা হৈছে জানতো। সিহঁতে বাগিছাত কাম কৰিলে। বাপেক মৰাৰ পাছত মাটিও লৈ গ'ল। শেষত যেনিবা মোৰ লগত থাকিল---

এইচবতো দেদেৰে আৰ বাগালেৰ ভুল—কনহুৱে ক'লে। নিজৰ কাৰণে দোনো কামৰপৰা চাটাই পাইছে।

আৰে দেখনা চিবু—গৰুগাড়ী চব ভী আমাৰ ঐ আগেৰ গ্ৰামেৰ মত ছিল ৰে—একদম, চাকা দেখনা। ইতনা ৰৰা—

নীলফুলৰ আপ্পা, সনত ঘৰৰ সম্মুখতে বৈ আছিল। দূৰৈৰ-পৰাই সি ৰায়বাৰীক চিনি পালে। মোঞ্চিহাড়ামক দেখি আগুৱাই নিলে।

এজন এজনকৈ আটাইকেইজন ভিতৰ সোমাই গ'ল।

কেইদিনমান পিছতেই গাৱঁৰ ভিৰোভাসকলে আহি নীলফুলৰ ঘৰত উপস্থিত হৈ ঘৰ-ছুৱাৰবোৰ চাফ-চিকুণ কৰাত লাগি গ'ল।

১১ দিকু—চাওঁতালসকলে চাওঁতালসকলৰ বাহিৰে তেওঁলোকৰ ঠাইত বাস কৰা মানুহক দিকু বুলি ক'য়।

মাটিৰ বেৰবোৰ সমানকৈ মচিলে আৰু তাৰ ওপৰত আঠালতীয়া মাটিৰে হৰিণ, ময়ুৰ, ফুল আদি সাজি বেৰত লগাই দিলে। মাটিৰ ঘৰবোৰত আৰু এটা মাটিৰ পাতল লেপ দিয়া হ'ল। বেৰবোৰ শুকোৱা হোৱাৰ পিছত তাৰ ওপৰত ছাঁই গুড়িৰে ফুলৰ গছৰ ছবি আঁকিলে। ছাগলীৰ ছবি আঁকিলে।

ৰতন হাজদা আৰু কালিয়া কিস্কুৱে মুকলি বজাই কাপোৰেৰে সজা কৃত্ৰিম ঘোঁৰাৰ পাছে পাছে বাকীবোৰেও ঘোঁৰা নৃত্য কৰি বীলুৰ ঘৰলৈ যায় আৰু বীলুৰ চোতালত বৃত্তাকাৰে নাচিবলৈ ধৰে। সনতে সকলোকে হাড়িয়া আনি দিয়ে। মাদল বজায়। ঝুমুৰ নাচে—

"মনে উঠে মনস্তাপ······দিব নেকি জলে ঝাঁপ,

ঝাঁপ দিলে ডুবিয়ে মৰিব,······আৰ কি শ্যামেৰ দেখা পাব।"

পিছদিনা ৰাতিপুৱাই ওচৰৰ চাম্পা, পাৰ্বতীহঁতে গুলঞ্চি ফুল বিচাৰে। সিহঁতেও গুলঞ্চি ফুল নিজৰ খোপাত পিন্ধি লয়। নীলফুলক সিহঁতে কেঁচা হালধি আৰু তেলঘঁহা শাড়ী পিন্ধাই দিয়ে। পৰবৰ গীত গাই তাইক ভিতৰলৈ লৈ যায়। ঘানীত পেৰা সৰিয়হ তেল ঘঁহি ঘঁহি মুখখন চিক্‌চিকীয়া কৰে। চান্দী-ৰূপৰ নাকফুলটো পিন্ধাই দিলে। নাকফুলটো পিন্ধাত নীলফুলক কেনেকুৱা দেখাইছে তাকে সিহঁতে দূৰৈৰপৰা চালে। দীঘল বাহুৰে আটিল দীৰ্ঘাঙ্গী দেহৰ গঠনে নীলফুলক শুৱনি দেখাইছে। চাম্পাই নীলফুলৰ নিতম্ব ছুই ভৰিলৈ বৈ পৰা কিচকিচীয়া চুলি কোছা মেৰিয়াই মেৰিয়াই ধুনীয়াকৈ খোপা এটা বান্ধিলে।

খোপা বান্ধি তাত ৰূপৰ কিলিপ সুমাই দি খোপা শুৱনি কৰিবলৈ চান্দীৰূপৰে গঢ়া মাছ, চৰাই, ফুল গুজি দিলে। ডিঙি, হাত, হাতৰ বাহু আৰু ভৰিৰ আঙুলিত গহনাবোৰ সজাই দি ভৰিত দীঘল নুপুৰ পিন্ধাই দি চাম্পাহঁতে বাহিৰত বজোৱা মাদলৰ বাজনাৰ ছেৱে ছেৱে নীলফুল বহি থকা ঠাইৰ কাষে কাষে নাচিবলৈ ধৰিলে—

তোক একদম বোলু বোলু লাগিছে ঐ—চাম্পাই ক'লে।

পাৰ্বতীয়ে তাইৰ কপালত টুপুৰকৈ চুমা এটা খালে।

ধেৎ পাগলী—নীলফুলে হাঁহি মাৰি ক'লে।

বাহিৰত নাচনিয়াৰ আৰু নাচনীসকলে মিলি বৃত্ত এটা সাজিলে। বৃত্তৰ ভিতৰত সোমাই বাদ্য সঙ্গত কৰা কেইজনে নাচি নাচি মাদল বজালে, মুৰলি বজালে, বাজনা বজালে আৰু গালে। ঝুমুৰ নাচিলে।

মৌখিছাড়াম, যোগমাঝি আৰু বায়বৰে বাপ্লাৰ কাম কিমান দূৰ আগবাঢ়িছে তাৰে খবৰ ললে আৰু ভিতৰলৈ সোমাই গৈ এঠাইত বহিল।

গোটেই ৰাতি উৎসৱ চলিল। হাড়িয়া খাই তুই-এজনে বাহিৰত থকা গৰুগাড়ীৰ ওপৰত আৰু তলত চলি পৰিছিল। সিহঁতৰ ধনুকাঁড়বোৰো তেনেদৰে পৰি আছিল। তেতিয়াও বাঁহী বাজিয়েই আছিল। মাদলৰ ছেও চলিয়েই আছিল। ধা-ধিন্-তা,—ধা-ধিন্-তা,—তাক্-তা-ধিন্। চাম্পা, পাৰ্বতী, কুমকুমৰ চকুৰ পতাবোৰ আপোনা-আপুনি হাড়িয়াৰ ৰাগীত জাপ খাবলৈ ধৰিছিল।

শেষ ৰাতি বোলুৰূপী নীলফুলক তেল-হালধি সনা শাড়ীখন সলাই ৰঙা শাড়ী পিন্ধাই দিয়া হৈছিল আৰু খাচ্লোত[১২] ভৰাই মান্দৰা খুটিৰ ওচৰলৈ লৈ অহা হৈছিল। নীলফুল আৰু কেবেন উভয়কে খাচ্লোত ভৰাই মান্দৰা[১৩] খুটিৰ ওচৰলৈ আনোতে বাজনা পাৰ্টিবোৰো ওচৰলৈ চাপি আহিছিল। চাম্পা, পাৰ্বতী, মহুৱা, কুমকুম, সাবিত্ৰীহঁতে গাত ধৰি হৰ্ষোল্লাসত নাচিয়েই আছিল।

---

১২ খাচলো—এবিধ পাচি। বায়বৰ বাপ্লা প্ৰথা বিবাহৰ সময়ত ব্যৱহাৰ কৰা পাচিৰ নিচিনা বাঁহৰ পাত্ৰ। কইনাক এই পাচিৰ ভিতৰত ভৰাই নৃত্য কৰা হয়।

১৩ মান্দৰা খুটি—এক অস্থায়ী আয়তক্ষেত্ৰ তাৰ ঠাইৰ সোঁমাজত পোতা খুটি। বিবাহ অন্যতম ক্ষেত্ৰ।

খোচলৌ নৃত্য চলি থাকোঁতে কেবেনে তাৰ কনিষ্ঠ আৰু বুঢ়া আঙুলিৰে সেন্দুৰ লৈ নীলফুলৰ কপালত তলৰপৰা ওপৰলৈ ফোঁট দিলে। মানুহৰ হৰ্ষোল্লাস বহু আঁতৰৰপৰা শুনা গ'ল। মাদল, বাঁহী অনৰ্গল বাজি থাকিল। ইজনৰ পিছত সিজনে খোচ্লৌত বহি থকা নীলফুল আৰু কেবেনক লৈ নাচি নাচি গাবলৈ ধৰিলে—'জ'ৰায়[14] তালে-বৗলু তালে হো'......

ইতিমধ্যে বাহিৰত বেছিভাগেই ৰাতিপুৱাৰ উৎসৱৰ ভোজনৰ বাবে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি আছিল। মানুহবোৰ নাচি নাচি ভাগৰি পৰিছিল।

নীলফুল আৰু কেবেনৰ বিবাহ উৎসৱৰ পৰিসমাপ্তি ঘটাত মানুহবোৰ অধীৰ হৈ উঠিল।

ৰঙা সেন্দুৰৰ ফোঁট নীলফুলৰ কপালত জিলিকি উঠিল। পূব আকাশৰ মেঘ ফালি অহা ফাগুনৰ সূৰ্য্যৰ আলোক এচেৰেঙা চাঁটকৈ নীলফুলৰ মুখত পৰিল। তাইৰ ফোঁটটো আৰু বেছি উজ্জ্বলতৰ হৈ উঠিল। বাহিৰত বৈ থকা মানুহবোৰৰ গাত গেন্ধায় ফুলৰ ৰঙৰ দৰে পোহৰবোৰ পৰাত হাঁহি দিলে। মৌঞ্চি-হাড়াম আৰু যোগমৌঞ্চিয়েও হাঁহিলে।

আৰু যোগমৌঞ্চিয়ে মানুহবোৰক ভোজলৈ আগবঢ়াই লৈ গ'ল।

এই সময়তে সকলোৱে কনহুক বিচৰাত লাগি গ'ল। হঠাৎনো সি ক'লৈ গ'ল ?

কনহু বলধ গাড়ীৰ তলত শুই আছিল। শেষ ৰাতিৰ ফালে সি সাৰ পালে। পায়েই সুৰাৰ ৰাগীত শুই থকা এজনৰ কান্ধৰ-পৰা মাদলটো আনি খুট-খুটাই কি বজাই আছিল সি নিজেই জনা নাছিল। সমুখত হঠাৎ তাক বিচাৰি অহা বন্ধুৱাবোৰক দেখি সি বেছি আবেগিক হৈ পৰিল আৰু গাড়ীৰ তলতে মাদল বজোৱা আৰম্ভ কৰিলে—

---

১৪ জ'ৰায়—তালে-বৗলু তালে হো—আমাৰ দৰা কইনাক চোৱা।

......ঝাঁহ ঝাঁহ ঝাঁহ ঝাঁহ
ঝাঁহ ঝাঁহ খিটিটাক্
ঝাঁহ ঝাঁহ চাখিন্
ঝাঁহ খাট খিটিটাক্
ঝাঁহ ঝাঁহ চাখিন্।......

আৰে তুই সেইটা কি বাজাইতে লাগলিছ ৰে কনহু ? আমাৰ মনে হয় কি তুই একদম জাগাত নাই আছ। হাঁ-হাঁ-হাঁ (বিকৃত হাঁহিৰ বিকৃত শব্দ) ঐ শ্যামধৰ, দেখ ৰে, ই চালা কনহু কি বাজাইছে ? এই বাজনা চাদি বাজনা নাই আছে ৰে। শুনলেই মনে হয় এইটাতো জাহলিৰ[১৫] বাজনা। আৰে, এই মাসে জাহলি নাই আছে—ৰে। এই বাজনা আহিন-কাত্তিৰ বাজনা। আহিনেৰ বাজনা বৈহাগে—

...অহীৰে...অহীৰে...অহীৰে
ক'ন মাসে আৰে বাঁধনা পৰব গ'
ক'ন মাসে আৰে গুৰু ভাইৰে'
কাত্তিক মাসে আৰে বাঁধনা পৰব গ'
অমাবস্যায় আৰে গুৰু ভাইৰে (জাহলি),
অহীৰে...অহীৰে...অহীৰে...।

ব'ল ব'ল মাদলটো এতিয়া থৈ—

আৰে তোৰ ভী নাই হলেক ৰে। গানটা খতম ভী নাই হলেক ৰে—'অহীৰে...অহীৰে...গুৰু ভাইকে দেৱে ভালা পানীৰ পকৱাহ, ...সক মুগে দেহুবে জবালবে—'

নাই ৰে ভাই, তুই লোগ হামাৰ দুঃখ কি ৰকম বুজবি ?—কনহুৱে আফচোচেৰে ক'লে। হামাৰ ভী চাদী কৰাৰ উমৰ হৈছে ৰে। তবে হলেক হবেক কি ? মা নাই, বাপ নাই...চৰ চুৱৰ

১৫ জাহলি—দেৱালী।

কা বাচ্ছা। চব চোৰি গেলেক হামাকে। আমি তোৰ বহীনকে চাদী কৰবেক ৰে—

আৰে, যা—যা। তোকে কোন লোকে চোক্‌ৰী দিবেক ৰে? তোক কোই চোক্‌ৰী প্রেম নাই দিবেক—

আৰে দিবেক ৰে—, জৰুৰ দিবেক—। আমি কি মানুষ নাই আছে ৰে। দিবেক…দিবেক…

আইলেন কিবা কাজে
না বলিলে ল'কেৰ লাজে
দাড়ায়ে ফিৰিয়ে যাওহে শ্যাম
দেখা দিতে অবসৰ নাই—

এনেকৈ চলি থাকোঁতে মৌঙ্কিহাড়ামে যেতিয়া সেইখিনি পালে সিহঁতে আপোনা-আপুনি গান-নাচ বন্ধ কৰি লাহে লাহে ভোজনলৈ গুচি যোৱাত কনহুৰ গানত অচিৰেই যতি পৰিল।

## এক

হঠাৎ ছৰ্দাৰ চমকি উঠিল। কিছু সময় নিশ্চল হৈ থাকিল আৰু নিমিষতে টোপনিত দুৰ্দ্ধৰ্ষ সপোন দেখি চমকি উঠা মানুহৰ দৰে ছৰ্দাৰ বিধুৱে কেবেনৰ কাণৰ কাষত ফুচফুচাই ক'লে, 'এতিয়া কি হ'ব ? মই ইয়াত ছাতি লৈ থিয় হৈ থকাটো দেখা পাইছে।'

'পালেইবা কি হ'ল'—সি ক'লে। 'মানুহে ৰ'দত ছাতি লবই। চাহাব হ'ল বুলিয়েইনো ছাতি নলমনে ?' ইচ্ছাকৃতভাৱেই বাপেকৰ কথাত কোনো গুৰুত্ব আৰোপ নকৰাৰ অভিনয় কৰি বিধুৰ পুতেক কেবেনে ক'লে।

'তবু, বাগানৰ চাম্‌নত ছাতি লোৱা মানা আছে।'

বিধুৰ বাবে যিটো মুহূৰ্তই দুশ্চিন্তা, আতঙ্ক আৰু হুলস্থূলৰ সৃষ্টি কৰিলে কেবেনৰ মনটোৱে সেই সময়তে নিৰুদ্বেগে, নিৰ্ভয়ে, দুশ্চিন্তাহীন আৰু স্বতঃস্ফূৰ্তভাৱে আঁৰি মাছ আৰু টিলাটোত থকা গৃহিণী নীলফুলৰ পাছে পাছে স্বপ্নাচ্ছন্নৰ দৰে ঘূৰি ফুৰিলে।

কেবেনে মনে মনে কি ভাবিছে তাক বুজিবলৈ চেষ্টা কৰিলে যদিও পিছ মুহূৰ্ততে বুজিবলৈ চেষ্টা নকৰাটোৱেই উত্তম বুলি ভাবি বিধুৱে পুনশ্চ বৰশীৰ পুঙাটোলৈ চাই মাতিলে—'কেবেন !'

'কি ?' দৃষ্টি-কটু চাৱনিৰে সি বাপেকলৈ চালে।

ধীৰভাৱে আৰু অত্যন্ত প্ৰশান্তভাৱে মাতি যেতিয়া সি অপদস্থ হ'ল, ছৰ্দাৰে বুজিলে, তাক বুজাবলৈ চেষ্টা কৰাৰ সময় এতিয়া আৰু নাই, আৰু তাক বুজাবলৈ গৈ নিজে অপদস্থ হোৱাৰ বাহিৰে যে বিকল্প পথ নাই, সেই কথা উপলব্ধি কৰি অসহায়ভাৱে চৌদিশে দৃষ্টি নিক্ষেপ কৰিলে।

'চিন্তাৰ কোনো প্ৰয়োজন নাই, মই দেখোন তোৰ ওচৰতেই আছোঁ। যদি যুঁজিব লাগে এঘৰি যুঁজিয়েই চাওঁ।'

'লেকিন, চাহাবে মই ইয়াতে ছাতি লৈ থকা দেখিছে, কুলীয়ে ছাতি লোৱা মানা আছে। তই থাকিলে কি হ'ব ? চাহাবে কুচ পৰোৱাই নাই কৰিবেক—'

এইবাৰ সি কোনো মন্তব্য নকৰিলে আৰু একেথিৰে বৰশীৰ পুঙাটোলৈ চাই থাকিল।

তাৰ পিছতেই অচানকভাৱে ছাতিটো জপোৱাৰ শব্দ হৈছে। সি যোৱা বাটটোৰ নগৰবেৰা ফুলবোৰ একাদিক্ৰমে দুলি থাকিল। বুজা যায়, সেই বাটটোৰে কোনোবা এজনে হাতত ছাতি এটা লৈ চাহ-বাগিছাৰ ফালে দৌৰিব লাগিছে।

ঘোঁৰাৰ খুৰাৰ শব্দ তল পেলাই বিধুৰে বুকুৰ ধপ্ ধপনি প্ৰকট হোৱাত সি বুকুত হাত দি কলিজাটো কিমান জোৰেৰে ধপ্ ধপাইছে অনুভৱ কৰিলে আৰু চাহগছবোৰৰ মাজেৰে দৌৰি গৈ ওচৰৰ দ' নলাটোলৈ নামি গ'ল আৰু তাৰ ভিতৰত বহি থাকিল।

কেবেনক কোনো প্ৰকাৰে উদ্বিগ্ন বা চিন্তাক্লিষ্ট হোৱা দেখা নগ'ল।

ছৰ্দাৰে ভাবিলে, তাৰ কিজানি মফস্বল টাউনৰপৰা অহাৰ পিছতেই মগজুৰ গোলমাল হ'ল। কেম্প্ বেলৰ নিচিনা বগা চাহাবক সি খেৰকুটা যেন নেদেখে। তথাপি বৃদ্ধ ছৰ্দাৰে পুতেকৰ দুৰ্দ্ধৰ্ষ সাহসৰ বাবে মাজে মাজে গৰ্ব অনুভৱ কৰে। যি নহওক, বগা চাহাবৰ বিৰুদ্ধে যে যুঁজিব লাগে তাৰ পুতেকেও অনুভৱ কৰে। কিন্তু প্ৰশান্তিৰ পিছতে মনলৈ পুনশ্চ উদ্বেগ বাঢ়ি আহে: কিজানি বগা চাহাবে তাক হত্যাই কৰে !

কেপ্তেইন কেম্প্ বেলৰ ঘোঁৰা কেবেনৰ ওচৰ চাপি অহাত সি স্মিত হাঁহি এটা মাৰি তাৰ মাটিত পৰি থকা কাঁড়ৰ টুনটো আৰু ধনুখন হাতত তুলি লৈ বৰশীৰ পুঙাটোলৈ চালে। পুঙাটোত

মাছৰ প্ৰত্যাবৰ্তনৰ কোনো উমান নাই। আগৰ পোহৰ পৰি থকা বৰশীৰ চিপ্‌টোত এতিয়া এটা ছাঁ পৰিছে আৰু ধীৰে ধীৰে বৈ থকা জানৰ পানীৰ সোঁতটোৰ ওপৰতো এটা ক'লা ছাঁ পৰিছে। সেই ছাঁটো ওচৰৰ চাহবাগিছাৰ মেনেজাৰ কেপ্তেইন কেম্প্‌বেলৰ।

ইংলিছ টুপী পিন্ধা কেম্প্‌বেলৰ ছাঁটো পানীত লম্বভাৱে পৰিছে আৰু ধীৰে ধীৰে বৈ থকা জানৰ পানীৰ সোঁতটোৰ ওপৰতো এটা ক'লা ছাঁ পৰিছে। পানীৰ ঢৌত ছাঁটো ছুলি আছে। মুখত থকা পাইপৰ সৈতে ধোঁৱাবোৰৰ ছাঁলৈ যেতিয়া সি লক্ষ্য কৰিলে, তেতিয়াহে তাৰ দৃষ্টিগোচৰ হ'ল—তলত এটা ধোঁবাৰ ছাঁ।

কেম্প্‌বেলে বহু সময় তাৰ ফালে চাই থাকিল আৰু হঠাৎ সকলো নীৰৱতা ভঙ্গ কৰি চিঞৰি উঠিল—'হোৱেৰ ইজ দ্যেট ম্যান? হোৱেৰ ইজ দ্যেট ম্যান?'

চট্টোপাধ্যায় নগৰবেৰা ফুলবোৰৰ আঁৰৰপৰা উধাতু খাই লৰি আহিল—'ইয়েছ ছাৰ।' তেওঁ দূৰৈৰপৰাই চিঞৰিলে।

কেবেনে মূৰ তল কৰি চিন্তা কৰিছে। দেহত অৱসাদ বাঢ়িছে, মন ক্লান্ত হৈ পৰিছে; তথাপিও সি কিবা এটা কৰিবই লাগিব।

কৌতূহলবশতঃ সি বাস্তাৰ মোৰটোলৈ চালে,—চট্টোপাধ্যায়ে একপ্ৰকাৰ দৌৰি অহাৰ নিচিনা আহিব লাগিছে। দৌৰি অহাৰ দৃশ্যটো দেখি সি মনে মনে হাঁহিলে।

'হোৱেৰ ইজ দ্যেট ম্যান? হোৱেৰ ইজ দ্যেট ম্যান? আই মিন ছৰ্দাৰ'—ধোঁবাৰ ওপৰত বহি কঢ়া নজৰত চট্টোপাধ্যায়ৰ ফালে চাই কেম্প্‌বেলে পুনৰবাৰ সুধিলে।

চাহাবে আচলতে কি ক'লে সেই কথা অভিমন্যু চট্টোপাধ্যায়ে নুশুনিলে আৰু একান্ত বাধ্য ভৃত্যৰ দৰে বেঙা হাঁহি এটা মাৰি ক'লে—'ইয়েছ ছাৰ।'

'হোৱাট ইয়েছ ছাৰ? ফুল! ভেৱাৰ ওক্ এ ম্যান উইথ এন আম্ব্ৰেলা! ইয়াখে একথা ছাথা লোৱা মানুহ ছিল। পাৰহেপ্‌ছ

হি ওল্ড বিধু, দ্য ওল্ড গ্যাংম্যান। প্লিজ ফাইণ্ড আউট দ্যা কালপ্রিট। ঐ লৰকা, তুমি তাত কি কৰিছে? তুমি কি নাই জানিছে, থাৰা হো কে চালাম কৰনা পৰতা হেই।'

কেবেনে ঘূৰিয়েই নাচালে, বৰঞ্চ তাক আগতকৈ বেছি শক্তিশালী আৰু বেছি সাহসী যেনহে দেখা গ'ল।

'ষ্টেণ্ড আপ্!' কেপ্তেইন কেম্প্‌বেলে কেবেনক থিয় হবলৈ আদেশ দিলে।

সি হুঠিল আৰু নিৰ্ভীকভাৱে পুঙাটো নচুৱাই মুহুৰি বজাই য'ত আছিল তাতেই বহি থাকিল! তাৰ মনত এনেকুৱা এটা ভাব—তই মোক উঠিবলৈ কবৰ কোন?

মুহুৰি বজোৱা দেখি কেপ্তেইনে ভাবি ললে—কেবেনে তাক ঠাট্টা কৰিছে। ইতিকিং কৰিছে। খঙত একো নাই হৈ ঘোঁৰাটোৰপৰা জপিয়াই নামিল। কেবেনে তাৰপৰা উঠিব ধৰোঁতেই যথাসৰ্বস্ব শক্তি প্ৰয়োগ কৰি হাণ্টিং বুট পিন্ধি থকা ভৰিৰে কঁকালত গোৰ এটা সোধালে।

পাৰৰ বিহঢেঁকীয়াৰ জোপোহাটোত কিবাকৈ খামুচি ধৰিছিল যদিও তাৰ শৰীৰৰ ভৰ সহ্য কৰিব নোৱাৰি সেইজোপাৰ সৈতে জানটোৰ পানীত পৰি গ'ল।

'গিহৰিম!' পানীত এটা শব্দ হ'ল।

সি ভবাই নাছিল, কেম্প্‌বেলে ভেনেদৰে তাক অজানিতভাৱে পাছফালপৰা আক্ৰমণ কৰিব।

পানীৰ তলৰপৰা মূৰটো উলিয়াই শূন্যতে জোকাৰি দিলে আৰু পিত্‌কৈ শব্দ কৰি মুখৰ পানীবোৰ পেলাই দি পানীৰপৰা উঠি আহিবলৈ চেষ্টা কৰোঁতেই—

চাহবাগানৰ ফালে লক্ষ্য কৰি কেম্প্‌বেলে চিঞৰি উঠিল—'হু ইজ দ্যেট ম্যান? হু ইজ দ্যেট ম্যান? টি গাৰ্ডেনৰ অন্দৰ

'সেইখ' কোন আদমী আছে ? ঐ আদমীক তুৰন্ত ধৰিবা লাগে। চ্যাটাৰ্জী, প্লিজ ফলো হিম—'

কেম্প্‌বেলে ঘোঁৰা চেঁকুৰাই দিলে আৰু ঘোঁৰাৰ পাছে পাছে বহল নীলা পটিৰ চুৰিয়া পিন্ধা অভিমন্যু চট্টোপাধ্যায়ে অনুসৰণ কৰিলে।

পানীৰপৰা উঠি অহা কেৰেনে জানটোৰ পাৰৰ শ্যামল ঘাঁহনিডৰাত বহি কল্পনা কৰিলে। এবাৰ আবেগেৰে চকু দুটা মুদি কল্পনা কৰিলে, কেপ্তেইন কেম্প্‌বেলৰ প্ৰতিচ্ছবি। সি কল্পনা কৰিলে—প্ৰতিহিংসাৰ চাৰিনিৰে দ্ৰুতবেগে ঘোঁৰাত উঠি আগবাঢ়ি যোৱা কেম্প্‌বেলৰ গতিবেগ প্ৰতিৰোধ কৰি বুকুত গুৰিয়াইছে, চাবুকেৰে কোবাইছে। তাৰ ঘৰটোত বোমা দি উৰুৱাই দিয়া হৈছে। কলঘৰবোৰত বাৰুদৰ গোন্ধ, চাহবস্তিত বাৰুদৰ গোন্ধ। সকলো ফালে যেন এক আতঙ্ক, হুলস্থুল ! কেপ্তেইন কেম্প্‌বেলে পৰিত্ৰাণৰ পথ বিচাৰি ইফালে সিফালে চাইছে।

চকু দুটা মেলি সি দূৰলৈ চাই পঠিয়ালে। তাৰ হঠাৎ বিৰাগ জন্মিল। ছেঃ !

তিতা চাৰ্টটো খুলি পেলোৱাই ভাল, লগতে পিন্ধি থকা পেণ্টটোও। সন্মুহতে খোৱা বস্তু বান্ধি অনা কাপোৰখন টাকি-টুকি পিন্ধিব লাগিব। সি তাকেই কৰিলে। কঁকালত খোৱা বস্তু বান্ধি অনা কাপোৰখন পিন্ধি লৈ কান্ধত ধনু আৰু পিঠিত কাঁড়ৰ টুণটো লৈ প্ৰতিবাদৰ চাৰিনিৰে দূৰলৈ চাই পঠিয়ালে।

'মোক তাৰ মানে সি চিনিয়েই পোৱা নাই' (মুখৰ ভিতৰতে ভোৰভোৰালে)।

কাপোৰৰ পানীবোৰ দুই হাতেৰে চেপি চেপি জোকাৰি জোকাৰি ঘাঁহনিত শুকাবলৈ দিলে।

বিধুৱে চাহনিৰ মাজত আত্মগোপন কৰিলে। অভিমন্যু চট্টোপাধ্যায় বিফল হ'ল। কেপ্তেইন কেম্প্‌বেলে মুখেৰে উচ্চাৰণ

কৰিলে—ফাইণ্ড আউট দ্য কালপ্ৰিট। ঐ আদমী জানিব লাগে,—ইস্ টি গার্ডেন মে, কুলী লোগ হামাৰ পাৰমিশ্যন নাই থাকিলে ছাতি লব নাই পাৰিছে। আম্ৰেলা ইণ্ডিয়ান লোকে হামাৰ সামনত নাই লব পাৰিছে।

দ' খাৰৈটোত লুকাই বিধুৱে প্ৰমাদ গণিলে আৰু চাহাবৰ এই অমানৱিক অত্যাচাৰৰ বিৰুদ্ধে আক্ৰোশত দাঁত কামুৰিলে। মাজে মাজে তাৰ এনে ভাব হয়, যেন ৰাতিয়েই তাক হত্যা কৰি সি চিৰদিনৰ বাবে গুচি যাব। কিন্তু যাব ক'লৈ?

নিষ্ফল আক্ৰোশত কেম্প্‌বেলে দাঁত কামুৰিলে—'দেখা যাব'! হাতত থকা ষ্টিকডালেৰে চাহগছত কেইটামান কোব মাৰিলে। পাতবোৰ সৰি পৰিল।

'চ্যাটাৰ্জী, ইউ আৰ এবছলিউট্‌লি ইউজলেছ!'

'হুঁ, ইয়েছ ছাৰ—'

'ইউ আৰ জাষ্ট্ লাইক এ ক্লাউন্ অব্ দ্য ছাৰ্কাচ্!'

অভিমন্যু চট্টোপাধ্যায়ৰ মুখৰ বৰণ হঠাৎ কেঁহেৰাজ বৰণীয়া হ'ল। কেম্প্‌বেলৰ মন্তব্য তেওঁ সহ্য কৰিব নোৱাৰিলে।

বহুদিনৰ গোপন কথা যেন কৈ পেলালে কেম্প্‌বেলে।

অভিমন্যুৱে নিজকে এবাৰ পৰীক্ষা কৰিলে,—তেওঁ সঁচাকৈয়ে ছাৰ্কাচৰ বহুৱা নেকি? যদি বহুৱালি কৰিছে তেনেহলে কেনেকুৱাকৈ?

কেম্প্‌বেললৈ লক্ষ্য কৰিলে। সিও যেন ক্ষুব্ধ, লজ্জিত আৰু অপমানিত। তাৰ মুখত চিন্তাৰ ৰেখা, প্ৰতিশোধৰ ভাব, আক্ৰোশৰ ভাব। বিধুক পালে সি যেন এতিয়াই গিলি থব। কিন্তু তেওঁক কিয় গালি-গালাজখন পাৰিলে?

ঘোঁৰাত উঠি মেনেজাৰ পুনশ্চ কেৱেন থকা ঠাইলৈ উভতি আহিল। মনতে কিবা এটা ভাবি জানটোৰ অলপ দুৰৈত

ঘোঁৰাটো ৰাখি আগৰ ঠাইলৈ নামি গ'ল । অপদস্থ হোৱা অভিমন্যু চট্টোপাধ্যায়ে লৰি আহি এইখিনি পালে ।

'প্লিজ আস্ক্ হিম্—' কেম্পবেলে আদেশৰ সুৰত ক'লে ।

কেবেনে লংপেণ্ট আৰু চাৰ্টটো ৰ'দত শুকাবলৈ দি ৰবৰ্শীৰ ওচৰত বহি আছিল ।

কেবেনৰ বুজিবলৈ অলপো সময় নালাগিল । মেনেজাৰৰ চকুত আপোচৰ ইঙ্গিত । সেই দুৰভিসন্ধি আপোচক সি প্ৰত্যাখ্যান কৰিলে, জোতাৰ গোৰটো সি জীৱনত কেতিয়াও নাপাহৰে । সি প্ৰতিজ্ঞাবদ্ধ, চাহাবক হত্যা কৰিবই ।

'প্লিজ আস্ক্ হিম ।' যুদ্ধক্ষেত্ৰত সহযোগীজনক আদেশ কৰাৰ দৰে মেনেজাৰে ক'লে ।

'চাহাবে কি কৈছে শুনিছনে ?' একান্ত বাধ্য কৰ্মীৰ দৰে তেওঁ কেবেনৰ ওচৰত থিয় হৈ সুধিলে ।

কান্ধৰ ধনুখন নমাই আনি তাৰ এটা মূৰ মাটিত গুজি তাত ভৰ দি একতীয়া হৈ ভীষণ খং আৰু অৱজ্ঞাৰ চকুৰে মেনেজাৰৰ ফালে চালে আৰু ক'লে—'নাই শুনা ।'

'নাহি শুনা ? হোৱাট এ ষ্ট্ৰেঞ্জ ! হু ইজ হি মিষ্টাৰ চ্যাটাৰ্জী ?'

'হি ইজ কেবেন টুডু । এন এডুকেটেড পাৰচন এমং দ্যা চ্যানতাল ।'

'এডুকেটেড !' (আশ্চৰ্য্য প্ৰকাশ)

'ইয়েছ ছাৰ, হি ইজ এন ইণ্টাৰমিডিয়েট ।'

নজনা বিষয়ৰ কথা পৰম বিস্ময়ৰে জনাৰ পিছত সেই বিষয়টোৰ মৰ্ম উপলব্ধি কৰাৰ দৰে কেম্প্‌বেলে মূৰ জোকাৰিলে—'আচ্ছা ।'

'আচ্ছা কেবেন, ভই কচোন ইয়াত যে তোৰ বাপেৰে অলপ আগতে হাতি এটা মেলি থিয় হৈ আছিল, হঠাৎ হাতিটো বন্ধ কৰি কোনফালে গ'ল ?'

'নাজানো, দেখা নাই ।'

'আচ্ছা, তেনেহলে এইটো কথা জনা নাই যে এই বাগিছাৰ মাজেৰে বা কাষেৰে কোনোৱে ছাতি লৈ যাব নোৱাৰে আৰু চাহাবক দেখিলে চালাম মাৰিব লাগে !'

'চালাম মাৰিব লাগে ? কিন্তু কিয় ? ক'ত লিখা আছে সেইচব ?'

কথাৰ জোৰত তাৰ ধনুখনৰ ঘেৰ বেছি হ'ল আৰু সেইখন আনখন হাতত লৈ অৱজ্ঞাৰ সুৰেৰে ক'লে—'সেইচব ভেকোভাওনা তহঁতৰ নিমিত্তেহে, কেৰেন টুডুৱে কাকো চালাম নকৰে। মই অন্য ধাতুৰে গঢ়া, মোৰ লগত সেই চালামী নিয়ম নাখাটে। তই এতিয়া যাব পাৰ।'

কেম্প্‌বেলে ঘোঁৰাটোৰ ওপৰত উঠিয়েই সকলোবোৰ কথা শুনি আছিল। অভিমন্যুৱে চুৰিয়াৰ পোঙ্কটো টানকৈ মাৰি লজ্জিত, ভীত আৰু সঙ্কুচিত হৈ এইফাললৈ আহি গোচৰ অৱগত কৰিলে—'ছৰি ছাৰ, হি ডু নট লাইক—'

'হোৱাট ডু নট লাইক ! ল্যেট মি ইনভলভ্ ইন দিছ ম্যাটাৰ।' পাইপ খোৱা বন্ধ কৰি কেৰেনৰ ফালে তীক্ষ্ণ দৃষ্টিৰে চালে আৰু জাপ মাৰি ঘোঁৰাৰপৰা নামি সি গৰ্জি উঠিল—'আই ছেল গিভ এ ট্যাচল টু হিম।'

গৰখীয়ৈটোৰপৰাই বিধুৰে দৃশ্যটো চাহগছৰ মাজেৰে অনুধাবন কৰি আছিল যদিও মেনেজাৰ আৰু যুৱকৰ মাজত কি কথোপকথন হৈছিল সেইয়া আঁতৰত হোৱা বাবে শুনিবৰ কোনো উপায় নাছিল আৰু শুনিবলৈ তাৰ ধৈৰ্য্যও নাছিল। প্ৰতি মুহূৰ্ততে তাৰপৰা কেনেকৈ মেনেজাৰৰ অজানিতে পলাই যাব পাৰে, সেই চিন্তাত অধীৰ হৈ থাকি এবাৰ যেতিয়া চেগ বুজি খাৱৈটোৰপৰা উঠি আহিল, লগে লগে কেম্প্‌বেলে চিঞৰি উঠিল।

'লুক এট হিম, লুক এট হিম, হি ইজ ডেয়াৰ।' (চট্টোপাধ্যায়ৰ চিঞৰ)

লক্ষিয়াই ঘোঁৰাত উঠি কেম্প্‌বেলে অভিমন্যু চট্টোপাধ্যায়ক তাতে এৰি চাহনিৰ মাজে মাজে দৌৰি থকা বিধুক অনুসৰণ কৰিলে আৰু আনজনেও তাকেই কৰিলে।

কেবেনে তাৰপৰাই দৃশ্যটো উপলব্ধি কৰি বাপেকৰ ওপৰত খং উঠিল আৰু মুখতেই ভোৰভোৰালে—'বুৰ্বক ক'ৰবাৰ, ছাতিটো গাঁতভেই থৈ যা। অন্ততঃ ছাতিটো গাঁতভেই থৈ গলে, পিছে-পৰেও সেইটো নিব পাৰিলিহেঁতেন! ধেৎ!'

হাতৰ ধনু-কাঁড় সি দলিয়াই দিলে। অস্বস্তি ভাঙিবলৈ বৰশীৰ চিপটো লৰাই চালে। চিপটোত লাগি থকা পানীবোৰ টোপাটোপে পানীত পৰিল। এটা শব্দ হ'ল, (চিপটো পানীত পৰি যোৱাৰ শব্দ) তাৰ অস্বস্তি কমক চাৰি বাঢ়িলহে।

বেল্টত খুচি থোৱা চাবুকডাল লৈ কেম্প্‌বেলে বিধুক কোবাবলৈ উদ্যত হৈ উঠিছে।

বিধুৱে আত্মগোপন কৰিব নোৱাৰিলে। সি ধৰা পৰিল। দৌৰি দৌৰি তাৰ ফোঁপনি উঠিছে। উশাহ ঘন হৈ আহিছে।

ঘোঁৰাটোৱে বিধুক বগৰাই দি সম্মুখলৈ আগুৱাই গৈছে। সি উফৰি শিৰীষ গছ এজোপাত খুন্দা খাইছে, তাৰ পিছত সি মাটিত হামখুৰি খাই পৰিছে। ঘোঁৰাটো তাৰ শৰীৰৰ ওপৰেৰে পাৰ হৈ গৈছে।

সি এইবাৰ পলাই যাবলৈ চেষ্টা নকৰিলে, বৰঞ্চ সি মুখৰ তেজবোৰ মাটিত পেলাই দি কাটি যোৱা কোৱাৰিটো চুই চালে—আঃ ভীষণ বিষাইছে।

কেম্প্‌বেলৰ মুখত শত্ৰুতাৰ ভঙ্গী, প্ৰতিশোধৰ ভাব।

পৰিত্ৰাণৰ পথ বিচাৰি বিধুৱে থোকাথুকি মাতেৰে কৈছে,—প্ৰভুৱে মোক এইবাৰৰ বাবে ক্ষমা কৰক। (ইয়াৰ পিছত সি কেতিয়াও ছাতি খুলি বাগিছাৰ মাজেৰে বা কাষেৰে নাযায়)। যোৱা চাৰিদিনৰপৰা শৰীৰৰ উত্তাপ অকস্মাতে বাঢ়ি গৈছে, মুৰটো

এতিয়াও ঘূৰাই আছে। ঘৰত শুই থাকি অত্যন্ত আমনি লগাত পুতেক কেনেবেক বিচাৰি আহিছে এনেকুৱা হ'ল।

'এইবাৰলৈ মোক ক্ষমা কৰক।' —বিধুৱে ক'লে।

'ক্ষমা ! হামি তোমাকে ক্ষমা কৰিবে !' ( ব্যঙ্গমিশ্ৰিত হাঁহি )

চাবুকডাল দৃষ্টিগোচৰ হোৱাত তাৰ প্ৰাণৰ আতঙ্ক বাঢ়িল। সি এইটো বুজি উঠিছে, তাৰ অনুনয়-বিনয়ক কেম্প্‌বেলে ব্যঙ্গহে কৰিলে। হয়তো, ক্ষণিক পিছতেই তাৰ ওপৰত অমানুষিক প্ৰহাৰ আৰম্ভ হব।

বেণ্টত খুচি থোৱা চাবুকডালেৰে দুয়োপাৰি দাঁত কৰচি সাধুকথাত থকা নৰকৰ শিংথকা শাস্তিদাতা দৈত্যৰ দৰে একোব একোবকৈ বিশকোব মাৰি লফিয়াই ঘোঁৰাত উঠিল আৰু অভিমন্যু চট্টোপাধ্যায়ৰ ফালে চাই আদেশৰ সুৰত কলে—'ফলো মি !'

বিধুৱে থুতৰিটো অতি কৰুণভাৱে লৰালে। ফাটি যোৱা কোৱাৰিৰপৰা ওলাই থকা তেজবোৰ 'থুহুঁ' বুলি শব্দ কৰি মাটিত পেলালে, কুঞ্চিত কপাল আৰু বেছি কুঞ্চিত কৰি লাহে লাহে হাতখন কোচাই আনিলে। হাতখন মুঠি মাৰিবৰ চেষ্টা কৰিও নোৱাৰিলে, দুই-এঠাইত তেজবোৰ ওলাইছে। পৰিত্ৰাণৰ কোনো সুৰুঙা নাপাই জৰিগছৰ শিপাডালতে বহিল।

পুৰণি বিবৰ্ণ ছাতিটো ভাবাবেগহীনভাৱে ওচৰতে পৰি থাকিল। সেইটোৱেই মোৰ সৰ্বনাশ কৰিলে,—বিধুৱে মনতে ভাবিলে।

কেনেবে বাপেকৰ খবৰ কৰিবলৈ আহিও উভতি আহিল। বাপেকৰ ওপৰত তাৰ অতিপাত খং উঠিল। মৰ বুঢ়া, যেনেকৈ মৰ মৰ বুলি উভতি আহি যোৱাকালিৰেপৰা ধৰিবলৈ চেষ্টা কৰি এই পৰ্য্যন্ত বিফল হোৱা আঁৰিমাছটো যিকোনো প্ৰকাৰে ধৰাৰ কথা ভাবিলে।

অভিমন্যুৱে কেম্প্‌বেলৰ কাৰ্য্যত সুখী হোৱাৰ দৰে হাঁহি এটা মাৰি বিধুৰ ফালে এক পৰিতৃপ্তিৰে চালে,—'মজা পাইছতো ?'

বেছ ভাল হৈছে। তহঁতৰ নিচিনা কুলীবোৰৰ এনেকুৱা হবই লাগে। (সুৰ বদলাই) এই সমস্ত দেশ চাহাবে শাসন কৰিছে। সমস্ত দেশ চাহাবৰ, চাহাবে আমাক কি দিয়া নাই? দেখা নাই, চাহাবেই মোক বৰকেৰাণীৰ চাকৰি দিছে, এই চাহাবেই তহঁতক গিৰমিট দি আনি চাকৰি দিছে। গতিকে সিহঁত কিমান ভাল মানুহ, ভাবি চা। তহঁতে চাহাবক অসন্তুষ্ট নকৰিবি। চাহাবৰ বিনানুমতিত ছাতি মেলি সম্মুখেৰে আহিলে জগৰ লাগিবই। তেনেকুৱাখন কৰিলে চাহাবক অসম্মান কৰা হয় বুলি নাজাননে?

কেবেনে এইবোৰ শুনা আৰু দেখা হলে ভাল আছিল। এইবোৰ কথা সি শুনা উচিত।—বিধুৱে ভাবিলে আৰু এনেদৰে ভবাৰ পিছতেই তাৰ প্ৰতি ঘৃণাৰ ভাব এটাও আহিল। পুতেক থাকোঁতে বাপেকে এনেদৰে হাবাশাস্তিখন খালে কিয় বা খাবই লাগে কিয়?

বিধুৰ চকুৰপৰা সৰসৰাই কেইটোপালমান পানী নিগৰি আহি মাটিত পৰিল আৰু তাৰ পিছত শুকাই গ'ল। থুই এসোপা চট্টোপাধ্যায়ৰ মুখলৈ মাৰি দিয়াৰ ইচ্ছা আছিল, কিন্তু তাক বাস্তৱত ৰূপায়িত কৰিব নোৱাৰিলে। কোৱাৰ ইচ্ছা আছিল— দেশখন তহঁতৰ কাৰণেই স্বাধীন নহ'ল। খালি সুবিধা লৈ তহঁত ব্যস্ত, কিন্তু কব নোৱাৰিলে আৰু নিৱিষ্ট মনে তাতেই বহি থাকিল।

কেম্প্ বেলে ঘোঁৰাৰ বেগ কমাই দিলে। ইফালে-সিফালে লৰা-ঢাপৰা কৰি অভিমন্যুৰো ভাগৰ লাগিছিল, বিতৃষ্ণা জন্মিছিল যদিও একান্ত ভৰদীয়ৰ দৰে ঘোঁৰাৰ পাছে পাছে গৈ থাকিল।

জানৰ পানীত এইমাত্ৰ মুৰ তুপিয়াই পুনৰ তললৈ যোৱা শব্দটোত কেবেন বেছিকৈ সজাগ হৈ পৰিছে। সি অনুমান কৰি ললে,—এই বিশেষ ঠাইখিনিত থকা ভাঁৰি মাছটো কিজানি কণী পৰা ঠাইলৈ আহি গৈছে।

সি বেছি উত্তেজিত হৈ পৰিল আৰু বিধুৰ কথাবোৰ তাৰ এতিয়া সমস্যাৰ বিষয় হৈ নপৰিল।

কেবেন আৰু বেছি সজাগ হৈ উঠিল। প্ৰথমে সি পানীত নানামি বৰশীৰ চিপটোৰে পানী কিমান দ' হব পাৰে তাৰে এটা অনুমান কৰি ললে (এই নিয়মটো এই ঠাইত সকলোৱে ডাঙৰ আঁৰি মাছ ধৰিবলৈ ব্যৱহাৰ কৰে)।

একঁকালমান হব, মই অনায়াসে পানীত নামি যাব পাৰিম। মাত্ৰ এই পাষগুটো নাহিলেই হ'ল। হয়তো সি আহিব। জোৰ-জুলুমকৈ মোৰপৰা চালাম আদায় কৰাৰ চেষ্টা কৰিবই (বাৰু, দেখা যাওকচোন)।

ধীৰে ধীৰে পানীলৈ নামি গৈ বাঁহৰ আগলি এডালেৰে গভীৰতা অনুমান কৰি ভৰিৰে খুপি পানীত খোঁচ মাৰি কেনেকৈ আঁৰি মাছৰ গাঁত বিচাৰিব লাগে,—ইতিমধ্যে সি সকলোবোৰ আয়ত্ত কৰিছে। কেবেনে ইয়ালৈ অহাৰপৰা এই সৰু নদীসদৃশ জানটোত যে প্ৰতিবছৰে আঁৰি মাছবোৰে ঠিক বহাগ মাহৰ শেষৰ ফালে আৰু জেঠৰ আৰম্ভণীতে কণী পাৰে সেই খবৰ তাক প্ৰথম মাঝি গাৱঁৰ নীলফুলেই দিছিল। কণী পাৰিবৰ সময়ত পানীৰ তলতে আঁৰি মাছে একোটা বহল দ' গাঁতৰ নিচিনা কৰি তাৰ ভিতৰত কণীৰপৰা পোৱালি নজন্মালৈ সোমাই থকাৰ কথাবোৰো নীলফুলেই তাক জনাইছিল।

পিছত বিধুৰেও একেই কথাকে পুতেকক কৈছিল। ডিউটি নথকাৰ সময়ত আঁৰি মাছ ধৰাৰ কৌশল, হাইঠা চৰাই কেনেকৈ উৰে, বনৰীয়া হাঁহবোৰ উৰাৰ কায়দা আৰু সেইবোৰ চিকাৰ কৰিব লাগিলে কাঁড়পাট কোনফালৰপৰা এৰিব লাগে তাকে বুজাই দেখুৱাই দিছিল।

বন্ধুৱা বস্তিত অইন ল'ৰাৰ দৰে সি ইয়াতে ডাঙৰ দীঘল হোৱা নাছিল। সি আছিল কেবাকুৰি মাইল আঁতৰৰ গুৱাহাটী নামৰ সৰু মফস্বল চহৰ এখনৰ এজন সন্তানহীন বৃটিছ অধ্যাপকৰ লগত। প্ৰফেছৰ ডেনিছ চাহাব এসময়ত ইয়াৰেই মেনেজাৰ

আছিল। এদিন সেই প্ৰফেছৰ ডেনিছ চাহাব পুনৰ বস্তিলৈ গৱেষণাৰ কামত আহিছিল আৰু আহি বস্তিৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰে, টিকনিবকৰাল গছৰ পাতত আশ্ৰয় লোৱা সোণালী বঙৰ সোণপৰুৱাবোৰ ধৰি ফুৰা দৃশ্য একেধ্যানে চাই আছিল। সোণপৰুৱাবোৰ পাতৰপৰা গুচাই ঠেংবোৰ ছিঙি উৰিব নোৱাৰা কৰিছিল আৰু তাৰ পিছত সিহঁতে সেই পৰুৱাবোৰৰ তলৰ কালে থুই লগাই নিজৰ নিজৰ কপালত সজাই নাচি-বাগি ফুৰিছিল। ল'ৰা-ছোৱালীবোৰৰ কপালবোৰত সোণবৰণীয়া উজ্জ্বল পৰুৱাবোৰ তিৰ্‌বিৰাই আছিল।

প্ৰফেছৰ ডেনিছ চাহাবে লক্ষ্য কৰিলে এজন ল'ৰাই চিঞৰি চিঞৰি সিহঁতক কিবাকিবি কৈ আছে। তেওঁ ল'ৰাজনৰ ওচৰ চাপিল আৰু কি কৈছে বুজিবলৈ চেষ্টা কৰিলে।

--সোণপৰুৱাবোৰৰ ঠেংবোৰ নিছিঙিবি, সিহঁতক উৰিবলৈ দে। সিহঁতক স্বাধীনভাৱে থাকিবলৈ দে।

ডেনিছে ল'ৰাটিৰ ঘৰটো বিচাৰি উলিয়ালে আৰু বিধুক বুজালে—'ল'ৰাটো মোৰ পছন্দ হৈছে, সি মোৰ কুকুৰটো চলাব আৰু তাৰ বিনিময়ত মই তাক পঢ়ুৱাম—(ডেনিছে বিধুক আগৰে পৰাই জানিছিল, কাৰণ এবছৰ কাল তেওঁ এই বাগিছাত মেনেজাৰ হিচাপে কাম কৰিছিল)।

বিধুৱে অস্বস্তি বোধ কৰিলে। সি তাৰ একমাত্ৰ সন্তানক কুকুৰ ৰখিব দিব নোৱাৰে। বস্তিৰ বন্ধুৱাবোৰে তাক বুজাইছিল,— 'তাক পঠিয়াই দে, নহলে আমাৰ ল'ৰাই কোন দিনা শিক্ষা পাব ?' বিধুৱে শেষত লগৰ বন্ধুৱাবোৰৰ কথাকেই শুনিছিল।

বাপেকেই তাক সহজভাৱে আজি বুজাই দিছিল, বহাগ-জেঠ মাহত গাঁতত থকা আঁৰি মাছবোৰ কেনেকৈ অনায়াস ধৰিব পাৰি। কণীৰপৰা পোৱালি নোহোৱালৈকে মাছটো ধৰা কিমান উজু তাকে বুজাইছিল। কেনেকৈ 'কাকৃৰা বৰণীটোত' সৰু মাছ এটা বিন্ধাই

পানীত নামি গৈ ভৰিৰ বুঢ়া আঙুলিৰে আনি গাঁতটোৰ ঠিক মুখতে সজাই থব লাগে। যেতিয়াই ভোকত আতুৰ হৈ থকা আঁৰি মাছটোৱে কাকৃৰা বৰশীত থকা মাছটো ডিঙিৰ গুৰিলৈকে গিলি দিব তেতিয়াই তোৰ পাল। তৎক্ষণাৎ তোৰ আৰু মাছটোৰ মাজত টনাটনি চলিব।

অৱশেষত আঁৰি মাছটোৱে তাৰ ডিঙিত লাগি ধৰা বৰশীৰ কাঁইটডালৰ লগত যুঁজ কৰি কৰি ভাগৰি পৰিল। কেবেনে লাহে লাহে সুতাডাল টানি টানি মাছটো পাৰলৈ টানি আনিলে।

'ধমৃকৈ' মাছটো জানৰ পাৰত পেলাই দি কৌতূহলী চাৰনিৰে সি চালে (নীলফুল এই সময়ত থকা হ'লে লিৰিকি-বিদাৰি চালেহেঁতেন।) যি নহওক, মোৰ যোৱা তিনিদিনৰ প্ৰচেষ্টা সফল হৈছে—কেবেনে মনতে সন্তুষ্টিৰ ভাব প্ৰকাশ কৰিলে।

কালি কেঁচা হালধি ৰঙৰ সূৰ্য্যৰশ্মিবোৰ জানৰ পানীত পৰি যেতিয়া তিৰবিৰাই আছিল, তেতিয়াই সি খাগৰিবোৰৰ মাজেৰে আহি এককাল পানীলৈ নামি গৈ মাছটো থকা গাঁতটোৰ সন্ধান লৈছিল। পানীৰ তলতে আনুমানিকভাৱে ভৰিৰে গাঁতটোৰ ব্যাস নিৰ্দ্ধাৰণ কৰি সি বুজি পাইছিল মাছটো যথেষ্ট ডাঙৰ হ'ব লাগে। ছয়-সাত সেৰৰ কম হ'ব নালাগে।

তাৰ অনুমানেই ঠিক। আশা কৰাৰ সমানেই ডাঙৰ। বৰশীৰ ৰছিডাল টানি থাকোঁতে মাছটোৰ মূৰটো সামান্য দেখা পাইছিল আৰু এতিয়া সেই মাছটোৱেই জানটোৰ পাৰত গজা মাটিকাঁদুৰী বনবোৰৰ ওপৰত জপিয়াই আছে।

চাৰিমুখীয়া কাকৃৰা বৰশীটো মাছটোৰ মুখৰপৰা উলিয়াই বৰশীৰ সুতাডাল বৰশীতে মেৰিয়াই থৈ ধনুৰ কাঁড় এডালেৰে মাছটোৰ ডিঙিত এটা বিন্ধা কৰি, বনৰীয়া লতা এডালেৰে গাঁঠি মাছটো আঙুলিত ওলোমাই ধনুখন কান্ধত ললে। আধা গুজোৰা লংপেণ্ট আৰু চাৰ্টটো কান্ধত পেলাই ভৰিৰ বুঢ়া আঙুলিৰে

বৰশীটো খুচি আনি হাতত লব ধৰোঁতেই সি শুনা পালে ঘোঁৰাৰ শব্দ। অলপ আঁতৰত মেনেজাৰ কেম্প্‌বেল। তাৰ পাছে পাছে ধুতি কোঁচাই লৰিব লাগিছে বৰবাবু চট্টোপাধ্যায়।

হঠাৎ সি অনুভৱ কৰিলে, তাৰ হাতত কোনোবাই যেন এক প্ৰচণ্ড গোৰ শোধাইছে আৰু তাৰ পিছত মাছটো আঁতৰত ছিটিকি পৰিছে।

কেবেন খঙত জ্বলি উঠিল।

'চ্যাটাৰ্জী, গ' এণ্ড্‌ কেটচ্‌ দ্য ফিচ ইমিডিয়েটলি।'

কেম্প্‌বেল বৈ গ'ল। ঘোঁৰাৰ নাকীজৰিডাল টনাত ঘোঁৰাটো বৈ গ'ল। অভিমন্যু চট্টোপাধ্যায়ে মাছটো বুটলিব ধৰোঁতেই কেবেনে তূণৰপৰা কাঁড় এপাট উলিয়াই চট্টোপাধ্যাযৰ ফালে মাৰি পঠিয়ালে।

কাঁড়পাট গাত নালাগিল আৰু সেইপাট ঠিক কেঞা আঙুলিৰ কাষেৰে আহি মাছটো ইফাল-সিফালকৈ বিন্ধি মাটিৰ তললৈ বহি গ'ল। সি উচপ্‌ খাই উঠিল আৰু প্ৰাণ লৈ কেম্প্‌বেলৰ ওচৰ চাপিল।

'ইউ আৰ অলছ' এ কাৱাৰ্ড, লাইক্‌ আদাৰ ইণ্ডিয়ানছ্‌—'

বুকু ফিন্দাই কেবেনে আন এডাল কাঁড় উলিয়াই কেম্প্‌বেলৰ ফালে লক্ষ্য কৰি পোনাই থাকিল।

'হোৱাট্‌ এ ষ্ট্ৰেঞ্জ! আঁস-সাঁ-হাঁ-হাঁ (হাঁহি হাঁহি)'

কেম্প্‌বেলে কেবেনৰ ফালে শত্ৰুভাৱ দৃষ্টি নিক্ষেপ কৰি ঘোঁৰাৰপৰা নামিল আৰু পাইপৰ ধঁপাতবোৰ পেলাই তাৰ ফালে চোঁচা লব খোজোঁতেই—

কেবেনে কাঁড়পাট লক্ষ্য কৰি চিঞৰিলে—'ডু নট্‌ প্লে উইথ্‌ ফায়াৰ, ইট্‌ উইল বাৰ্ন ইউ—'

তথাপি তাৰ ফালে খং, ঘৃণা আৰু অৱজ্ঞাৰে আগবাঢ়ি আহিব খোজোঁতেই সি উত্তত হৈ ধনুৰ গুণত টান দিলে (মুহূৰ্ততে কাঁড়পাট কেম্প্‌বেলৰ বুকুত সোমাই যাব পাৰে।)

কেম্প্‌বেলে নিজৰ চোলাৰ পকেট খেপিয়াই চালে (নাই অনা, মুখেৰে ভোৰভোৰালে) আৰু চিঞৰি উঠিল—'ষ্টপ হিম, ষ্টপ হিম, ষ্টপ হিম চ্যাটাৰ্জী—হি উইল কীল্ মি !'

কেৰেনৰ গৰ্বস্ফীত বুকু আৰু ইতিকিং সমন্বিত হাঁহিটো প্ৰকট হৈ আছিল।

'স্কাউণ্ড্ৰেল ! বন্ধ কৰ এই চব'—অভিমন্যুৱে আদেশৰ সুৰত ক'লে।

সি হঠাৎ চিঞৰি উঠিল—'গোলামিৰ এটা সীমা আছে। তহঁত চব বিক্ৰী হৈছ। ক্ষমতাৰ আশাত তহঁতবোৰ ক'লা চাহাব হলি। বদমাইছিৰ এটা সীমা আছে। সাৱধানে ইয়াৰপৰা পলা—'

'তই কেতিয়াৰপৰা 'টেৰৰিষ্ট' হলি ?'

'কাক সুধিছ ? মোক ? টেৰৰিজিম্ কাক কয় ? শব্দটোৰ অৰ্থ জাননে নে এনেয়ে কৈছ ? 'ক' 'ম' ছুটা শিকিয়েই ক'লা চাহাব বনি গলি ?'

'যি দেখিছোঁ, গোটেই এৰিয়াটো তই ডিষ্টাৰ্বড্ কৰি তুলিবি। বৰলাটক বুজাব লাগিব,—এইটো সোনকালে ডিষ্টাৰ্বড্ এৰিয়া বুলি ঘোষণা কৰক—(ঠাট্টাসূচক অভিব্যক্তি)

'বৰলাটে মোক ফাঁচী দিব আৰু ৰাণীয়ে তোক পুৰস্কৃত কৰিব। তই ৰাণীৰ নাইট্‌গাউনটো ধুই দি আহ গৈ, তেতিয়া আৰু বেছি সুবিধা হ'ব।'

সিংহৰ ওচৰত শিয়ালৰ ইমান সাহ ! শিয়াল পোৱালি হৈ সিংহৰ বল দেখুৱাব আহ ! আগতে সিংহৰ বল সঞ্চয় কৰ, তাৰ পিছত সিংহৰ অভিনয় কৰিবি। ভীমৰ গদা ঘূৰাবলৈ ভীমৰ বল সঞ্চয় কৰিব লাগে।

'সময়ত বুজিবি, মই সিংহনে শিয়াল।'

ধনুৰ গুণত লাগি থকা কাঁড়পাট আৰু হত্যা কৰিবলৈ উদ্যত হৈ পৰা কেৰেনৰ এই ঐতিহাসিক মুহূৰ্তত কেম্প্‌বেলৰ সৰ্বশৰীৰ

কঁপি উঠিল। সি আৰু ভাত নৰ'ল। পোনচাটেই ধোঁৱাটোত উঠি কোম্পানীৰ অফিচলৈ গতি কৰিলে। যুদ্ধক্ষেত্ৰত সেনাপতি স্বয়ং পলাই যোৱা দেখি সৈন্যবোৰো পলাই অহাৰ দৰে অভিমন্যুৱেও কেম্প্‌বেলক অনুসৰণ কৰিলে।

'সিংহৰ পোৱালি?' (ইভিকিং) হুঁ। চিন্তা নাই তোক বৰলাটে মালা পিন্ধাব।' সাঁ-হাঁ-হাঁ-হাঁ (হাঁহি)। ইভিকিঙৰ সুৰত কেবেনে প্ৰচণ্ড জোৰে হাঁহি দিলে। সেই হাঁহিয়ে আনকি ধোঁৱাৰ শব্দকো ম্লান পেলালে। নিজকে সি বিজয়ী বুলি ঘোষণা কৰাৰ দৰে উল্লাসেৰে বুকু ফিন্দাই বহুসময় তেনেদৰে বীভৎসভাৱে হাঁহিয়েই থাকিল।

এটা সময়ত সি সম্বিৎ ঘূৰাই পোৱা মানুহৰ দৰে তৎক্ষণাৎ হাঁহা বন্ধ কৰিলে আৰু ধনুৰ গুণৰপৰা কেপ্তেইন কেম্প্‌বেললৈ টোঁৱাই থকা কাঁড়পাট তূণত ভৰাই মাছটোলৈ চালে। মাছটোৰ বুকু ভেদি যোৱা কাঁড়পাট উলিয়াই আনিলে আৰু সেইপাটো তূণৰ ভিতৰত থৈ মাছটো আঙুলিত ওলোমাই লৈ যাবলৈ ওলাল।

ধোঁৱাশালত ধোঁৱাটো বান্ধি থোৱাৰ বৰ্তমান প্ৰয়োজনীয়তা অনুভৱ নকৰি লনখনতে ধাঁহ খাবলৈ এৰি দি নিজৰ চেম্বাৰলৈ সোমাই গ'ল।

মেনেজাৰক দেখি পাংখা[১৬] টনা মানুহজন দৌৰি আহিল আৰু গজালটোৰপৰা বছিডাল খুলি টুলখনত বহি পাংখা টানিবলৈ ধৰিলে। কোঠাটোৰ উষ্ণতা সামান্যভাৱে কমিল যদিও মেনেজাৰক প্ৰয়োজনানুসাৰে যিমান বতাহৰ প্ৰয়োজন হৈছিল সিমান বতাহ নাপায়—'আৰে, পাংখা জোৰচে টানো—'

---

১৬ পাংখা—এবিধ বিচনিবিশেষ। গৰমৰ দিনত ঘৰৰ চিলিঙত ওলোমাই থোৱা ডাঠ কাপোৰ নতুবা বাঁহৰ বাঁখল চাবি একোখন ওলোমাই এজন মানুহে দূৰৈত বহি বচি এডাল লগাই টানে। জীহৰ দিনত অফিচ-কাচাৰীত ব্যৱহাৰ হৈছিল।

পাঙ্খাৰ তলত বহু সময় অলসভাবে আৰামী চকীখনত বহি থাকিল। ভাবিছিল কলৰ গান শুনিব, কিন্তু মন নগ'ল।

মেনেজাৰ অত্যন্ত বিমৰ্ষ হৈ পৰিল। কি কৰা যায়, কি কৰা যায় এনে কিছুমান ভাবৰ খেলিমেলি। কিবা এটা নকৰিলেওতো নহয়। ইফালে প্ৰতিশোধৰ জ্বালা এতিয়াও কমা নাই। নতশিৰে কেবেনৰ ওচৰৰপৰাও গুচি আহিল, একো কৰিবও নোৱাৰিলে। বিদ্ৰূপাত্মক হেঁক্‌-হেঁক্‌কৈ হঁহা হাঁহিটো এতিয়াও তাৰ কাণত বাজি আছে। বস্তিৰ চৰ্দ্দাৰৰ ল'ৰাই ঠাট্টা কৰিছে, হত্যা কৰিবলৈ খেদি আহিছে আৰু মই শিয়ালৰ দৰে প্ৰাণ লৈ পলালো। ছেম! ছেম! মোৰ কাৰণে এয়া লজ্জাৰ বিষয়। মইও কিবা এটা কৰিব পাৰিলোহেঁতেন।

'ৰবাবু'—মেনেজাৰে চিঞৰিলে।

পাঙ্খা টনা মানুহজনে পাঙ্খাৰ ৰছিডাল টুলখনৰ ওপৰতে ৰাখি ৰবাবুক মাতিবলৈ গ'ল।

'ইয়েছ ছাৰ!' নিতান্তই যেন অভ্যাসবশতঃ ৰবাবু অভিমন্যু চট্টোপাধ্যায় (আক্ষেপ আক্ষেপ মনোভাব) নিৰ্বিকাৰ আৰু অত্যন্ত উদাসীনভাবে সোমাই আহিছে।

মেনেজাৰ এক দোদুল্যমান অৱস্থাত সোমাই পৰিছে। মনে মনে অভিমন্যুৰ ওচৰত লজ্জিত হ'ল যদিও সেই বিষয়ে কোনো ভাবৰ আভাস নিদিয়াকৈ অভিনয় কৰাৰ দৰে সি যে কেবেনক ধৰিবলৈ দৃঢ়প্ৰতিজ্ঞ তেনে ভাব এটা দেখুৱালে।

'বাট্‌ আই ডু নট্‌ নো এনিথিং এবাউট হিম্‌।'—বহু সময়ৰ নীৰৱতা ভঙ্গ কৰি কেম্প্‌বেলে ক'লে।

'হি ওজ টাৰমিনেটেড্‌ ফ্ৰম্‌ হিজ ডিউটি।'

'টাৰমিনেটেড্‌! বাট হোৱাই, কিচ্‌ কাৰণমে ওকে বহিষ্কাৰ কৰিছে? আমিতো কুছ নাই জানিব পাৰিছে। আমিভী অলপ অলপ জানিব লাগিছে—

'ওৱাল্স,—কেবেন টুড্ডু, আই মিন হৰ্দ'বৰ ল'ৰাই গাৰ্ডেনত ক্লেৰিকেল কাম কৰিছিল। তেতিয়া মেনেজাৰ আছিল অ্যাণ্ডাৰচন। হেৰ্‌ধাৰ চাহাব। এদিন দুপৰীয়া, হোৱেন হি কেম বেক ফ্ৰম দ্যা অফিচ, হেৰ্‌বাৰ চাহেবক দেখিও চেলাম নকৰিলে আৰু দেখিও নেদেখাৰ ভাও জুৰি গুচি আহিল।'

'ড্যাট মিনছ, ও হেৰ্‌বাৰকো অপমান কৰিছে! হামি ভী ইস কাৰণমে চাৰা কুলি-মালিকে হেট কৰিছে, অউৰ ইস কাৰণমে চাৰা কুলিকে আমি বন্দী কৰিবে অউৰ এক এক কৰকে চাবুক চালাবে। হেৰ্‌বাৰ ওকে ডিচ্চাৰ্জ কৰকে আচ্ছাই কৰিছে। কুলীৰ বাদসা কুলী। ঐ চাহাবৰ সাথ থাকিলেই কি চাহাব হৈ যাব পাৰে। ওৰ চামৰা কালা আছে অউৰ হামাৰ চামৰা চফেদ আছে। চাহাবৰ ৰকম চলিব মাঙ্গিলে কিচ্‌ ৰকম হবে? বাট হোৱেৰ ইজ হি? বস্তিত থাকিছে?'

'ন' ছাৰ। বস্তিত নাথাকে। হেৰ্‌বাৰ চাহাবে তাক ওৱাৰ্নিং দিছিল—চৌবিশ ঘণ্টাৰ ভিতৰত সি বস্তি এৰিব লাগে। কোনোবাই যদি কেবেনক বস্তিত কাৰোবাৰ ঘৰত থাকিবলৈ দিয়ে, তেনেহলে তাৰ শাস্তি আৰু বেছি ভয়ানক হ'ব। গতিকে তাক কোনোৱে নাৰাখিলে। বাপেক বিধুৱে কান্দিলে। এতিয়া সি টিলাটোত থাকে।'

'আই ছি'—পাইপ টানি টানি কেম্প্‌বেলে মুৰ জোকাৰিলে আৰু পাখ্যা টনা মানুহজনৰ ফালে চাই—'অভি অউৰ পাখাৰ হাৱা হামাক নাই লাগিছে, তুমি অভি যাব পাৰে।'

চট্টোপাধ্যায়ে মেনেজাৰৰ ফালে চালে।

'ঐ টিলা, আই মিন 'হিলক' কাৰ থাকিছে?'

'সেই টিলাটো মৌজাদাৰৰ। মৌজাদাৰে তাক তাত থাকিবলৈ দিছে। মৌজাদাৰ ৰায়বাহাদুৰ দীৰ্ঘেশ্বৰ বৰুৱাৰ সেই টিলাটোত কেবেনৰ লগত তাৰ স্ত্ৰী নীলফুল থাকে।'

'অউৰ কোন থাকিছে ?'

'বাগিছাৰ চাকৰিৰপৰা খেদা খোৱা আন ছুজন বন্ধুৱা থাকে।'

'আই ছি।'—পাইপ টানি টানি মেনেজাৰে মুৰ ছুপিয়ালে আৰু মূৰৰ টুপীটো খুলি মেজত থলে। পুনৰ পাইপত এহোঁপা দি তপা মূৰটোত হাত ফুৰাই ফুৰাই,—ড্যেট মিনছ্, বিধু টুডু, দ্য ওল্ড গেংমেন্, আই মিন্ ছৰ্'াৰ.—ছুড বি ছাছপেণ্ড্ ফ্ৰম হিজ ডিউটি······এণ্ড লেট হিম জইণ্ড ইন দ্য ছেম হিলক, উইথ আদাৰ ডিছচাৰ্জড পাৰচন্স।'

'অফকোৰ্চ ছাৰ—'

'ন' ন' নাই লাগিছে। তোমাৰ মাথাত ক্যুছ বুধি নাই আছে। বৃটিছ লোগ খুব ক্লেভাৰ আছে আউৰ ইস্ কাৰণমে ইণ্ডিয়া হামাৰ অন্দৰ ৰাখিছে।'

'আই কেন্‌ট ফলো ছাৰ—'

'ও আই ছি! ইউ কেন্‌ট ফলো মি? ড্যেন্ আই ছেল্ টেল্ ইউ দ্য ফেক্ট। লেট বিধু কন্টিনিউ হিজ ডিউটি, অউৰ বিধুকে সমঝাৰ লাগে কি কেবেনকো গাৰ্ডেনমে এক ডাঙৰ (হাতেৰে জোখ দেখুৱায়) নৌকৰী মিলিবে। হি কেন বি এপইনটেড এজ এ লেবাৰ ওৱেল ফেয়াৰ অফিচাৰ। ও ইস নৌকৰী মে জইন কৰনেসে কোম্পানী উইল বি প্ৰফিটেবল অন অনাডাৰ ওৱে—'

অভিমন্যু চট্টোপাধ্যায়ৰ ইমান দিনৰ আশা ধূলিসাৎ হৈ গ'ল। (এনে হ'ব দিব নোৱাৰি, হলে ইমান দিনে পুহি ৰখা সকলো উদ্দেশ্য অপূৰ্ণ হৈ ৰব)

চট্টোপাধ্যায়ে মেনেজাৰৰ কালে নাচালে, মাত্ৰ 'ইয়েছ ছাৰ' বুলি মনে মনে থাকিল।

কেবেনে সি থকা টিলাটোলৈ যোৱাৰ বাটত এজন মানুহে ৰাস্তাৰ দাঁতিত বহি ধঁপাত টানি থকা দেখি সি মনে মনে ভাবিলে,

—ধঁপাত খোৱা হালোৱাজনৰ ভাত নিশ্চয় জুই আছে। সি গৈ জুই আছে নেকি সোধাত হালোৱাজনে ধান খেৰৰ, প্ৰকাণ্ড জুমুঠিটো আগবঢ়াই দিয়াত সি তাৰ কান্ধত থকা নংপেণ্ট আৰু চাৰ্টটো আনি কঁকালৰপৰা সৰু ছুৰীখন উলিয়াই কাপোৰযোৰ টুকুৰা-টুকুৰকৈ কাটিলে আৰু খেৰৰ জুমুঠিৰে কাপোৰযোৰত জুই লগাই দিলে আৰু হালোৱাজনৰ কাণে চাই ক'লে—'বগা চাহাব-বোৰ আমাৰ শত্ৰু। আমি সিহঁতৰ একো ব্যৱহাৰ কৰিব নালাগে। সিহঁতে আমাৰ জীয়াই থকাৰ স্বাধীনতাকণো কাঢ়ি নিছে।'

হালোৱাজনে একো নুবুজিলে যদিও হাঁহি হাঁহি সি যি ক'লে তাকে সমৰ্থন কৰিলে আৰু কান্ধত নাঙলটো লৈ তাৰ বিপৰীত ফালে গৈ থাকিল।

কেবেন ইমান বেলি টিলাটোলৈ উভতি নহা দেখি নীলফুলেই জানৰ পাৰলৈ আগবাঢ়ি যাব ওলাল। টিলাটোৰপৰা নামি আহিয়েই দূৰত সি আহি থকা দেখা পাই তাই তাতেই ৰৈ তালৈ অপেক্ষা কৰিলে।

ইমান ডাঙৰ মাছটো দেখি নীলফুল আচৰিত হ'ল। থৰালি কালতো পানী নুশুকোৱা এই জানটোৰ কথা তাই আগতেও জানিছিল। তাত আঁৰি মাছ পাই বুলিও জানিছিল, মাত্ৰ ইমান ডাঙৰ আঁৰি মাছ একোটা জানটোত থাকিব পাৰে বুলি জনা নাছিল।

'ব'ল আমি এতিয়া যাওঁগৈ।'

'ক'লৈ ?'

'মৌজাদাৰৰ ঘৰলৈ। মাছটো সলাব লাগিব।'

'সলাবহে লাগিব নেকি ? ইমান ডাঙৰ মাছ আমি কোনো-দিনে খোৱা নাই।'

দুঃসংবাদ বহন কৰি অনাৰ দৰে সি ক'লে—'ইস ! মাছটোৰে ধান নসলালে খাবি কি ? মযো বুজো, কিন্তু উপায় নাই। মৌজাদাৰক মাছটো দিলে এমোন ধান দিব ! এমোন ধানেৰে

আমি এমাহ চলিম। এটা মাছেৰে এমাহ চলাটো আমাৰ কাৰণে ডাঙৰ কথা!'

নীলফুলে এইবাৰ সহজ হবলৈ চেষ্টা কৰিলে আৰু একো মন্তব্য প্ৰকাশ নকৰি, চকু দুটাৰে ক'ৰবাত কিবা দেখি আগবাঢ়ি যোৱাৰ দৰে আগবাঢ়ি গ'ল।

কেবেনে বুজিলে, তাই এইখিনিতে ক'ৰবাত নিশ্চয় ফুল দেখিছে। সেই ফুল ছিঙি আনি খোপাত মাৰিব। সি তাইৰ গতি-গোত্ৰ দেখিলেই বুজিব পৰা হৈছে, কেতিয়া কোন সময়ত কি বিচাৰিব পাৰে।

ৰাস্তাৰ দাঁতিত হাউলি পৰি থকা গুলঞ্চি ফুল থোপাৰ পৰা এটি ফুল ছিঙি আনিলে আৰু তাই তাৰ ফালে চালে।

নীলফুলৰ নাকত বিন্দু বিন্দু ঘামৰ কণিকা দেখি তাইৰ সৰিয়হ ফুলৰ আকৃতিৰ নাকটোলৈ চাওঁতে চান্দি ৰূপৰ নাকফুলটো চক্‌মকাই উঠিল—

'কি চাইছ?' তাই তাৰ মাগুৰ বৰণীয়া বহল বুকুখনলৈ চাই কিবা এটা ভাবিলে।

'তেনেহলে কি কৰিবি? মাছটো নিজেই খাবিনে?'

'নালাগে, তই যিটো ভাবিছিলি সেইটো কৰাই ভাল। ইয়াত আৰু ৰাখিব নালাগে। সোনকালে মাছটো সলাই ধানকেইটা লৈ আহিলেই ভাল হয় নেকি?'

'মইনো কি কৈছিলো? তইহে দেখোন—'

তাই আৰু একো নকৈ তাৰ পাছে পাছে গৈ থাকিল। গুলঞ্চি ফুলৰ থোপাটোৰপৰা ফুল এটা ছিঙি নাকৰ ওচৰত লওঁতে সুঘ্ৰাণত তাইৰ চকু দুটা আপোনা-আপুনি মুদ খাই গ'ল।

গুলঞ্চি ফুলৰ গোন্ধটো, খুব ধুনীয়া গোন্ধাইছে কিজানি!

নীলফুলে কোনো মন্তব্য নকৰি চকু দুটা বহলকৈ মেলি খোজ কাঢ়ি গৈ থাকিল।

'ময়ে খোপাত পিন্ধাই দিম নেকি?'

'যা অসভ্য ক'ৰবাৰ—'

## দুই

দুয়ো মাছটো মৌজাদাৰৰ ঘৰত দি তাৰ সলনি ধান এমোন লৈ থৈলা দুখনত ভৰাই আধা-আধাকৈ ভৰাই মুৰেৰে কঢ়িয়াই আহি থাকোঁতে—'সেইয়া চা, ৰতন মুণ্ডাই কল এঠোক লৈ আহি আছে। বৰকৈ পকিছে। ৰংটো চাচোন ইমান হালধীয়া হালধীয়া লাগিছে।'

'এই কলঠোক কলৈ যাব ? এই ঠোকো মৌজাদাৰৰ ঘৰলৈকে যাব'—কেৰেনে ক'লে।

'সঁচানে ? তই কেনেকৈ জানিলি ?'

'জানো আৰু—'

কলঠোক লৈ অহা ৰতন মুণ্ডাই সিহঁতৰ ওচৰত থিয় হৈ ক'লে--'ঐ শুনা নাই ? তহঁতক দেখো কোনোবাই পাছফালৰপৰা মাতিব লাগিছে।'

'ঐ কেবেনকা, ঐ নীলফুল দিদি—'

চিঞৰি চিঞৰি চিবুৰে এইফালে বেগাই আহিব লাগিছে। নীলফুলে সমান্তৰালভাৱে চকু দুটাৰে চাই পঠিয়ালে, কিজানি ক'ৰবাত কিবা এটা অঘটন হৈছে।

'কি খবৰ বে কেবেনকা ? সেইদিগে দাঙ্গা-দাঙ্গামা আৰ তুই—'

'কি হৈছে বে ?'

'হবেক আৰ কি কেবেনকা ? যিটা হবাৰ ছিল, ঐটা অতি চাৰিয়ে গেইছে—'

'ভালদৰে নকৰ কিয় ? মোক চাফ-চাফ কথা ক। এইচব বেঁকা-তেঁৰা কথা মোৰ ভাল নালাগে।'

চিবুৱে বুজাই ক'লে—কেনেদৰে কেম্প্‌ বেলে বাপেকক জোতাৰে গুৰিয়াইছে, চাবুকেৰে বিশ কোৰ মাৰি মাখিছাল একৰাই দিছে।

থোঁবাটো পাৰ হৈ যাওঁতে কেনেকৈ কোৱাৰি কালি গৈছে। সি এতিয়াও কেনেকৈ বাগিছাৰ লাইনতে পৰি আছে, তাকে চিবুৱে চমুৱাই কওঁতে দেখা গ'ল ক্ৰমাৎ কেবেনৰ কপালৰ ৰেখাবোৰ এঠাইত থুপ খাইছে। তাৰ মনৰ উদ্বেগ বাঢ়ি গ'ল—'সঁচা ?'

চিবুৱে মূৰ দুপিয়ালে—'ওঁ'

সঁচা—ধানৰ বস্তাটো মাটিত দলিয়াই দি সি গৰজি উঠিল।

নীলফুলেও ধানৰ বস্তাটো মূৰৰপৰা লাহেকৈ মাটিত থলে আৰু মূৰত হাত দি তাই মাটিত বহি পৰিল—ইস! ইস!

'তহঁত চব জহামালৰ পোৱালি। এই জহামালৰ পোৱালিবোৰে কি ম'হৰ ঘাঁহ কাটি আছিলি ?'

চিবুৱে কেবেনৰ চকুৰ ফালে চাব নোৱাৰিলে।

'আহম্মখৰ' পোৱালি। তহঁত সব 'আহম্মখ'। বাগিছাত পাঁচশ বনুৱা আছিল আৰু চাহাব আছিল এজন। ছেঃ ছেঃ!'

চিবু নিমাত, মাত্ৰ তাৰ মুখলৈ চাই থাকিল।

'তহঁতৰ গাত কি তেজ নাছিল ? তহঁতৰ হাতৰ মুঠিবোৰ এতিয়াও কি টান হবৰ হোৱাই নাই ? তহঁতৰ বাজহাড় কি এতিয়াও 'চিধা' হোৱাই নাই। চাই ল মোৰ হাতৰ মুঠি কিমান টান। ধনুৰ গুণত কাঁড় পোনাওঁতেই বগা চাহাবে কাপুৰুষৰ দৰে পলাইছে। চাই থাকিবি, এই হাতৰ মুঠিয়েই এদিন তাৰ হাড়বোৰ গুড়ি কৰি পেলাব।'

চিবুক এইবাৰ অস্বস্তি বোধ কৰা যেন দেখা গ'ল।

'তেজ বেছিকৈ ওলাইছে নেকি ?'

সি মূৰটো জোকাৰিলে—'ওঁ।'

'তেনেহলে তই নীলফুলৰ লগত যা, মোৰ ধানৰ বস্তাটো টিলাটোত থৈ আহগৈ—'

'তুই কুত্তি যাচ্ছ ?'

'বস্তিলৈ।'

'বস্তি ? তুই বস্তি না যোৱাই ভালৰ কথা ।'

'মানে—? মই বুজা নাই ।'

'চিবুয়ে হাত দুখন আৰু ভৰি দুখন বহলকৈ মেলি বাট ভেটি ধৰিলে । তই যাব নালাগে—'

'আৰু যদি যাওঁ ?'

'বস্তিত ঢোল বাজায় কহি দিছে—যদি কোই লেবাৰ লোগে কাবাৰ ঘৰত, তোক মাতি লৈ যাওঁ, তবে কথা খাৰাব হৈ যাব । আৰু কোই যদি তোক বস্তিত দেখে, তবে এই কথা চাহাবৰ সামনত কহি দিব লাগে । চাহাবৰ হুকুম !'

'হুকুম ? মোৰ ওপৰত সি পৰোৱানা জাৰি কৰিছে ? তাজ্জব । তই কেঁচুৱা ল'বাৰ দৰে তেনেদৰে কিয় হাত-ভৰি মেলি বাট-ভেটি ধৰিছ ? মোক যাবলৈ দে—'

'তুই নাই যাবিবে—'

'তইঁতে মই বস্তিত সোমোৱা বুলি নক'লেই হ'ল ।'

'নাই ক'লে সৰ্বনাশ হ'ব । আৰ এই সৰ্বনাশটো বস্তিৰ সবকেৰ ।'

'হ্যাঁ—কৈছ কি ?'

চিবুয়ে বুজাই ক'লে—যদি খবৰটো সিহঁতে কেম্প্‌বেলক নজনায় তেনেহলে এই বস্তিৰ সকলোৱে শাস্তি খাব লাগিব । লগতে এইটোও বুজাই ক'লে—এই শাস্তিৰ পৰিণাম অতি ভয়াবহ, সকলো বনুৱাকে বস্তিৰপৰা খেদি দিব ।

'হয় নেকি ?' ইতিকিঙৰ সুৰত সি ক'লে । 'সেই চৰ বাদ দে । চাহাবে মোক একো কৰিব নোৱাৰে । মই তোক যিটো কৰিব কৈছোঁ তাকেই কৰ । তই ধানখিনি নীলকুলক দি আহগৈ । মই বস্তিৰপৰা গৈ ঘূৰি আহিম, কোনোৱে গমেই নাপাব ।'

চিবুয়ে কব খুজিছিল—'সি কোনো কথাকেই বুজাবলৈ চেষ্টা নকৰে ।'

'তই ধানৰ বস্তাটো থৈ আহগৈ—'

'মই নাই পাৰিম ৰে—'

'আচ্ছা, ঠিক আছে, তই যাব নালাগে। মই নিজেই যাম; এই নীলফুল, বল আমি যাওঁগৈ।'

নীলফুলৰ মূৰত ধানৰ বস্তাটো তুলি দি আনটো বস্তা নিজৰ কান্ধত তুলি চিবুৰ ফালে নোহোৱাকৈ খঙেৰে গুচি গ'ল।

ভাবাবেগবিহীনভাবে চিবুৱেও লাইনৰ ফালে গুচি গ'ল।

সি বস্তি পাওঁতে দিনান্তৰ ৰ'দজাক ঘন সেউজীয়া পাতৰ ওপৰত, আৰু ঈষৎ হালধীয়া মিশ্রিত সেন্দূৰ বৰণীয়া কৃষ্ণচূড়া ফুলবোৰৰ ওপৰত পৰিছিল। সিফালৰ মাঝি গাৱঁৰ স্থায়ী বাসিন্দাসকলে ইতিমধ্যে পথাৰৰপৰা উভতিবলৈ আৰম্ভ কৰিছিল। ছিলভাৰৰ চিক্‌চিকীয়া খালি বাচনবোৰ হাতত লৈ বগাৰ ওপৰত ক'লা ৰঙৰ চেক্‌কটা শাৰী পিন্ধা হাতত, কাণত আৰু নাকত চান্দিৰূপৰ চক্‌চকীয়া গহনা পিন্ধা তিৰোতাবোৰে দিনটো কাম কৰি অৱস হৈ বেগাই ঘৰলৈ উভতিছিল গাৱঁৰ ৰতন চোৰেনৰ সৰু ল'ৰাজনে ম'হৰ পিঠিত উঠি বিল এটা পাৰ হবলৈ চেষ্টা কৰিছিল। দলঘাঁহ কাটিবলৈ যাওঁতে জোক এটা তাৰ ভৰিত লাগি আহিছিল। সি গম পোৱাই নাছিল। তৎ পাই জোকটো একৰাই দিওঁতে তাৰ ভৰিৰপৰা তেজ ওলাইছিল আৰু তেজ এতিয়াও ওলাইয়ে আছে। যোৱা কালিও তাৰ ভৰিত জোক এটা লাগি আছিল, পিছত ঘৰ পাই তৎ পোৱাত জোকটো একৰাই চোতালত থৈ হোকাৰ পানী তাৰ ওপৰত ঢালি দিয়াত জোকটো মৰিছিল।

এটা ম'হে মেটেকাৰ কাষেদি গজি উঠা দলঘাঁহ খাই থাকোঁতে বগলী এটাই ম'হৰ পিঠিত বহি মাছ নিৰীক্ষণ কৰি থাকোঁতে

ক'ৰবাৰপৰা কাউৰী এজনী উৰি আহি মহৰ শিংটোত পৰাত বগলীটো ঈশান কোণলৈ উৰি গ'ল। কাউৰীজনীয়ে ম'হটোৰ গাত থকা ছাল-ওকণিবোৰ ঠোঁটেৰে খুচৰি খুচৰি খালে।

সৰিয়হ তেল ঘঁহি চিকুণকৈ ৰখা আদিবাসী গাভৰুৰ ঘৰ্মাক্ত গালবোৰত বিন্দু বিন্দু ঘামৰ কণিকাৰ উদ্ভৱ হৈছিল। ভুঁই ৰুই ৰুই তাইহঁতৰ দেহৰ অৱসাদ বাঢ়ি গৈছিল। আলিৰ দুয়ো দাঁতিয়ে থকা শিমলু গছৰ বাদামী ৰঙৰ গা-গছবোৰ, তাৰ কাষে কাষে বাৰেবৰণীয়া ঢেঁকীয়াজাতীয় উদ্ভিদৰ দীঘলীয়া পাতবোৰে পানীৰে উপচি থকা জানৰ পানীৰ সোঁতত নাচি থকা দৃশ্যই এক অপূৰ্ব নৈসৰ্গিক সৌন্দৰ্য্যৰ সৃষ্টি কৰিছিল।

কেৱেন আৰু নীলফুলক দেখি মাইকী গাহৰিজনীয়ে নোক্-নোকাই উঠিল। টিলাটোৰ তলৰ অলপ আঁতৰত থকা লেতেৰা কচুৰে ভৰা ডোংটোত মত্তা গাহৰিটোৱে কেঁচু-কুমতি বিচাৰি ফুৰিছিল। মাইকী গাহৰিজনীক দেখি সৰু সৰু পোৱালিকেইটাই গাখীৰ খাবলৈ দৌৰি আহিল।

চাহ বস্তিৰ মুংলিয়ে লাইনৰ কাষে আহি থাকোঁতে ওখ ঠাইডৰাত থকা পকা গোলনেমু ৰঙৰ দৰে সোণাৰু গছৰ ফুলবোৰ আবেলিৰ বতাহত মৃদুভাৱে লৰি আছিল। সোণাৰু ফুলৰ গাঢ় সেউজীয়া পাতবোৰৰ ওপৰেৰে হালধীয়া ফুলবোৰৰ পাহিবোৰ বতাহত চক্ৰাকাৰে ঘূৰি ঘূৰি আহি তলৰ ৰঙা মাটীয়া বৰণৰ মাটিৰ ওপৰত পৰে। পাহাৰৰ দাঁতিয়ে দাঁতিয়ে তগৰগীয়া সেন্দূৰৰ নিচিনা ৰঙা ফুলবোৰ গাঢ় সেউজীয়া পাতবোৰৰ মাজত বতাহ লাগি দুলি আছে। ৰঙা, হালধীয়া ফুলবোৰ, সেউজীয়া, গাঢ় সেউজীয়া, মুগা বৰণীয়া আৰু নীলহৰিং গছৰ পাতৰ বৰণ আৰু পাহাৰৰ ইটাৰঙৰ মাটিৰ ৰং চাই চাই আহি থাকোঁতে মুংলিয়ে লক্ষ্য কৰিলে শিৰীষ গছ এজোপাৰ ওচৰত কোনোবা এজন পৰি আছে।

মনে মনে তাই ভাবিলে—কোন বে? কোনো প্ৰত্যুত্তৰ নাপাই ভয়ে ভয়ে ওচৰলৈ গ'ল আৰু যিমানেই চাপি গ'ল

সিমানে মুংলিৰ চিন্তা আৰু ভয় বাঢ়িল। কিজানি সেইজন কাৰমা, তাইৰ বাপ। হয়তো হাড়িয়া খুব বেছিকৈ খালে।

হাবে! এইটা যে কেবেনৰ বাপ—মুংলিয়ে নিজকে নিজে ক'লে। কেবেনে এইচব খবৰ পায় কি নাপায়? আৰে মুখে এইচব কি ৰে? চমকা-চমকি দাগ। কাঁৱাৰি ভী তুভিছে। কিজানি হাড়িয়া জাস্তি খাই জবৰদস্তি দাঙ্গা-হাঙ্গামা কৰিছে। জকৰ কাবাৰ সাথ লবাই কৰিছে।

অলপ আঁতৰত এটা খচ্‌মচ শব্দ হ'ল। তাই চাৰিওফালে নিৰীক্ষণ কৰিও কিহৰ খচ্‌মচ শব্দ অনুমান কৰিব নোৱাৰি টোপনি অহা বিধুৰ দেহটোলৈ চালে।

'ঐ মুংলি, মুংলি'—আঁতৰৰপৰা কোনোবাই ফুচ্‌ফুচাই মাতিলে।

ঘূৰি চালে : এই মুনি-চুনি বেলি তাইক কোনে মাতিব পাৰে?

'কোন ৰে? কোন ডাকিছ? (তাইৰ চকুত সন্দেহৰ চাৰনি)

'মুই—চিবু।'

'চিবু!'

আগ্ৰহাতিশয্যত মুংলি এইফালে লৰি আহিল—'কাহা ৰে? তুই ক'ত? নাপাত্তা!'

'মুই বাগানত। তুই কি কৰিছ কি? চাহাব আউৰ এইদিগে আহিবে—, ঐ আগেৰ লাইনে আছে—'

কেম্প্‌বেলৰ কথা কোৱাৰ পিছত তাই আৰু তাত নাথাকিল শাড়ীখন কোচাই সমুখৰ লুংলুঙীয়া বাটটোৰে দৌৰিবলৈ ধৰিলে।

মুংলিৰ বুকুখনো অস্বাভাৱিকভাৱে ধপ্‌ধপাবলৈ ধৰিলে। বুকুৰ ধপ্‌ধপনি তল পৰি কাষেৰে পাৰ হৈ যোৱা ঘোঁৰাৰ খুড়াৰ শব্দ প্ৰকট হোৱাত তাইৰ হৃদয় এক অজানিত আশঙ্কাত কঁপি উঠিল আৰু তাইও নিজকে বচাবলৈ চাহগছৰ আঁৰত লুকাই পৰিল।

বিধুৰ চমক ভাঙিল, সি অনুভৱ কৰিলে কেম্প্‌বেলে মিচ্‌মিচীয়া ক'লা বগৰ ঘোঁৰাটোত উঠি নিকটৱৰ্তী স্থানত কিবা নিৰীক্ষণ

কৰিছে। সি অলপো কেট-কুট নকৰাকৈ শিল এটা মাটিত পৰি থকাৰ নিচিনাকৈ পৰি থাকিল।

নাকীজবিডাল টান খোৱাত খোঁৰাটো বৈ যোৱাত কেম্প্‌বেলে চৌদিশে চাই এক দাৰুণ ঘৃণা আৰু অৱজ্ঞাৰ দৃষ্টি নিক্ষেপ কৰি বিধুৰ ফালে চাই ক'লে—'হেই কালা আদমী—'

বিধুৱে চকুৰ পতা তুখন মেলি চালে আৰু ভয়তে চকু ছুটা মুদি ওঁঠৰ গোট মৰা তেজখিনি মচিবলৈ চেষ্টা কৰিলে।

'চ্যাটাৰ্জী'—দীঘলকৈ ৰিং এটা মাৰিলে।

বৰবাবু অভিমন্যু চট্টোপাধ্যায়ে একান্ত বিশ্বস্ত ভৃত্যৰ দৰে চুৰিয়া কোচাই এইফালে বেগাই আহিল।

কেম্প্‌বেলে বৰবাবু অহালৈ বাট নাচাই উচ্চস্বৰে ক'লে—'চ্যাটাৰ্জী, বিধুকে কহি দিবে, অ' অভি যাব পাৰে। লেকিন ঐ আজছে এই ৰকম ফ্লেটাৰি নাহি কৰিবে, আউৰ কৰিলে ভী আমি চাৰা বস্তি উৰাই দিবে। গোলাম আদমি, গোলাম আদমিৰ ৰকম থাকিবে। ও অভি জানে সেকথা হেই। ও·কে· লেট মি মুভ নাউ—'

কেবাদণ্ডও বৰবাবুৱে কেম্প্‌বেল যোৱাৰ ফালে চাই আছিল। নিজকে নিজে ধিক্কাৰ দিলে যদিও বাস্তৱত তাক প্ৰকাশ নকৰি বিধুৰ ফালে চাই অভিভাৱকৰ সুৰেৰে—'ঐ বিধু উঠ'—সি ক'লে।

বিধুৱে বহলকৈ চকু ছুটা মেলি চালে।

'চাহাবে তোক যাবলৈ কৈছে যেতিয়া ইয়াৰপৰা সোনকালে উঠি যোৱাই ভাল। আৰু শুন—'

'বৰবাবু—'

'এটা কাম কৰিবি। কেনেবে যদি বাগিছাত চাকৰি কৰে, তেনেহলে আজিয়েই তাক চাহাবে চাকৰি দিব। মাত্ৰ সি চাহাবৰ সমুখত চেলাম মাৰি থিয় দিলেই হ'ল।'

বিধুৱে তীক্ষ্ণ দৃষ্টিৰে ৰবৰাবুৰ ফালে সন্দেহেৰে চালে।

'চাহাবে কৈছে কাৰণেহে কৈছোঁ। মোৰ কি আহে বা যায়?'

বিধুৰ চিঞৰি চিঞৰি ক'বৰ মন গ'ল,—কেবেন ইমান সোনকালে কাৰো ওচৰত বিক্ৰী নহয়। সি পিঞ্জৰাৰ বাঘ নহয়। কেবেন এটা অটব্য হাবিত ঘূৰি ফুৰা বাঘ।

## তিনি

পোৰা মাটিত পানী ঢালি দিলে যিটো প্ৰাকৃতিক গোন্ধ বায়ুমণ্ডলত বিয়পি পৰে সনন্ত টুভুৰে বেৰত কৰা মাটিৰ বিলিফ চিত্ৰবোৰত প্ৰথমজাক বৰষুণ পৰাত সেই বিশেষ গোন্ধ তাৰ ঘৰৰ ভিতৰত আৰু বাহিৰত বিয়পি পৰিছিল।

খাটিয়াখন সি বাহিৰত উলিয়াই থোৱাত সেইখনো তিতিল। আঁতৰত ফুলি থকা সোণাৰু ফুলৰ হালধীয়া পাহিবোৰ, সেন্দুৰৰ নিচিনা কৃষ্ণচূড়াৰ পাহিবোৰো বতাহে উৰুৱাই আনি তাৰ চোতালত পেলাইছিল আৰু বাহিৰৰ খাটিয়াখনো ফুলৰ পাহিৰে ভৰি পৰিছিল।

বস্তিৰ চাৰিকোণীয়া মাটিৰ ঘৰবোৰৰ ওপৰৰ বিৰিণা খেৰবোৰ এতিয়াও তিতি আছে। টিলাৰ ওপৰত থকা কেবেনৰ ঘৰটোৰ মুখেৰে পানী পৰিছিল, নীলফুলে বাৰে বাৰে মুখটো ঠিক কৰিবলৈ কোৱা সত্ত্বেও সি সেইবোৰ কথাত অলপো মনোযোগ দিবলৈ ইচ্ছা কৰা নাছিল। কিবা এক মানসিক যন্ত্ৰণাই তাক অস্থিৰ কৰি তুলিছিল।

কেবেন বাহিৰ ওলাব খোজোতেই নীলফুলে তাৰ হাতত ধৰিলে।—'তই এতিয়া যাব নোৱাৰ।'

সি নীলফুলৰ চকুলৈ চালে। এটোপাল চকুপানী তাৰ হাতত পৰিল।

বাউসিৰে চকুপানীক বাধা দি তাই উচুপি উচুপি ক'লে—

'তই এতিয়া যাব নালাগে, ময়ে গৈ আপ্পাৰ খবৰ লৈ আহিম। তই গলে গণ্ডগোল হ'ব। চাহাব আৰু চাহাবৰ মানুহে তোক ক্ষমা নকৰে।'

'মই যাম আৰু আহিম'—কেবেনে ক'লে। এই বাতিখন তই যাব নালাগে। দেখা নাই বাহিৰত কি খিটমিটীয়া আন্ধাৰ,

আকাশ এতিয়া মেঘা-মেঘি কৰিছে, তৰা এটাও নাই। তই যাব নালাগে।'

'মই যাম, তই যাব নালাগে। তই গলেই—'

'কি হ'ব মই গ'লে ? চাহাবে এতিয়া নিশ্চয় বৰষুণ দিব বুলি বাংলোতে থাকিব। হয়তো পিয়ানো বজাব, নহয়তো কলৰ গান শুনিব।'

'তেনেহলে চাহাবৰ হাতত ধৰা দিয়াৰ ইচ্ছা তোৰ আছে ! ভালেই হ'ব, ধৰা পৰিলে চালাম কৰি (ঠাট্টা) চাহাবৰ চৰণত পৰিবি। কবি, মই বাগিছাত চাকৰি কৰিম—'

কেবেন ইমান দুৰ্বল নহয়। সি ইমান সোনকালে কাৰো ওচৰত গোলাম হ'ব নিবিচাৰে।—সি নিজকে নিজে ক'লে।

নীলফুলে কেবেনৰপৰা এনে প্ৰত্যুত্তৰ পাব বুলি প্ৰস্তুত আছিল। তাই তাৰ ফালে এবাৰ তীক্ষ্ণ দৃষ্টিৰে চাই কিবা কব খোজাৰ আগতেই—

'সিহঁতে আমাক গোলাম কৰিয়েই ৰাখিব খোজে'—কেবেনে ক'লে। 'ইংৰাজবোৰে আমাক সদায় সিহঁতৰ বহতীয়া কৰি ৰাখিব খোজে। মই চাকৰিত বহা মানে মোৰ মুখ সিহঁতে বন্ধ কৰিব আৰু মই পিঞ্জৰাৰ বাঘ হৈ যাম, যিহেতু পিঞ্জৰাৰ বাঘে একো কৰিব নোৱাৰে।'

নীলফুলে তাক আজি বুজিবলৈ টান পালে। তাৰ চিন্তাশীল আৰু উদ্বিগ্ন মনৰ ভাব ধৰিব নোৱাৰিলে। অন্তৰত তাইৰ খু-ছুৱনি বাঢ়িলত ডিঙিটোত কিবা এসোপাই খুন্দা মাৰি ধৰাৰ নিচিনা লাগিল।

সি তাইক কোনো সান্ত্বনা দিয়াৰ প্ৰয়োজন অনুভৱ নকৰি সন্মুখ সমৰত দুৰ্জয় সাহস লৈ আগবাঢ়ি যোৱাৰ দৰে বাহিৰৰ খিটমিটীয়া আন্ধাৰৰ মাজেৰে গৈ অদৃশ্য হ'ল।

নীলফুলে মাত্ৰ ছুৱাৰৰ পোলাটোত ধৰি চাই থাকিল আৰু বাহিৰত যেতিয়া ঘিটমিটীয়া অন্ধকাৰৰ বাহিৰে একো দৃষ্টিগোচৰ নহ'ল তাই গাহৰি গৰালটোৰ ফালে গুচি গ'ল। আন্ধাৰত একো নেদেখি কেৰাচিন তেলৰ বাণ্ডৰ চাকিগছ আনিবলৈ গুচি গ'ল।

সনন্ত বিজনীৰপৰা অহা ছমাহমানহে হ'ল। সককালিৰ প্ৰায় আঠবছৰ কাল সি আছিল সিংভূম জিলাৰ গোৱেলকাৰা গাৱঁত। ইতিমধ্যে বাপেক বাবুলাল টুডুৱে গিৰমিট দি অনা বনুৱাৰ লগত গুচি অহাত সি খুৰাকৰ লগত আছিল যদিও কেইমাহমান পিছত সিও ৰেলেৰে আৰু প্ৰায় পঞ্চাশ মাইল খোজকাঢ়ি গুচি আহিছিল।

বাগিছাত কাম কৰি থাকোঁতে এদিন বাবুলাল টুডুৱে শেষ নিশ্বাস এৰিলে। সনন্তই নিৰুপায় হৈ বিজনীৰ জমিদাৰৰ ঘৰত হালবোৱা বনুৱা হিচাপে থকা মোমায়েকৰ ওচৰলৈ গুচি গ'ল। বিজনীৰ কুমাৰ এজনৰ লগত হাজিৰা কাম কৰিলে আৰু তাতে কুমাৰজনৰপৰা মাটিৰ বিলিফৰ কাম শিকিলে। বিলিফ ছবিবোৰ কেনেকৈ পুৰিব লাগে তাকো আয়ত্ত কৰিলে।

এদিন সনন্তই কুমাৰৰপৰা নিজস্ব প্ৰাপ্য আদায় কৰিব নোৱাৰি বিৰক্ত হৈ বিজনীৰপৰা গুচি আহি বাপেকে কাম কৰা চাহবাগিছাত খুব কম বেতনত বনুৱা হিচাপে সোমাল। কোম্পানীয়ে বাগিছাৰ উপকণ্ঠ অঞ্চলৰ ভঙাঘৰটোত তাক থাকিবলৈ দিলে।

সনন্তই ঘৰটো নিজেই মেৰামতি কৰি ললে। সিংভূমৰ গোৱেলকাৰা গাৱঁৰ ঘৰৰ বেৰত কৰা মাটিৰ বিলিফৰ কামৰ দৰে এই ঘৰটোৰ সমুখৰ বেৰখনো সুন্দৰভাৱে সজাই তুলিছে। ঘৰটোৰ পাছফালে আঠালতীয়া মাটিৰ প্লেপ কৰি তাৰ ওপৰত কৰা বিলিফ চিত্ৰবোৰ পুৰি সেইবোৰ বাহিৰতে থৈ দিছিল। পোৰা মাটিৰ বিলিফ চিত্ৰবোৰত বৰযুণ পৰাত এটা প্ৰাকৃতিক গোন্ধ ঘৰটোৰ ওচৰে-পাজৰে বিয়পি পৰিছিল।

পোৰামাটিৰ এই গোন্ধটো কেবেনৰ নাকত লাগিল। সি গোন্ধটো পাবৰ বাবে আৰু এবাৰ দীঘলকৈ উশাহ ললে। গোন্ধটো পাই তাৰ গুৱাহাটীলৈ মনত পৰিল। গুৱাহাটীত জৰ্জ ওৱেল নামৰ চাহাবজনৰ ঘৰত থাকোঁতে তাৰ ওচৰত এজন কুমাৰ আছিল।

সনন্তই কেবেন অহাৰ খবৰ এতিয়াও পোৱা নাই। সি আহি দুৰৈত থিয় হৈ তাৰ কাৰ্য্য নিৰীক্ষণ কৰিলে।

এতিয়া মাত্ৰ তুঁহৰ গুড়িবোৰ পুৰি, পোৰা তুঁহখিনি মিহিকৈ গুড়ি কৰি আন এটা পাত্ৰত সৰিয়হ তেলৰ লগত মিহলালেই অহাকালিৰপৰা বেৰত অঁকা কাম আৰম্ভ কৰিব পাৰিব। তথাপি অঁকাৰ কাৰণে তুলি এডাল সাজি লব লাগিব।

কেবেনেই কৈছিল প্ৰথমে কথাটো,—'মৰাপাটৰ আঁহেৰে তুলি বনালে লেছুকা হয় আৰু লেছুকা হলে তুলিত বল নাথাকে, বল নাথাকিলে আঁকিবলৈ অসুবিধা, তাতকৈ অসুবিধা হয়, সৰু মিহি ৰেখাবোৰ অঁকাৰ সময়ত।'

'তাতকৈ কেৰ্কেটুৱা এটা ধৰ, কেৰ্কেটুৱা এটা ধৰিব পাৰিলে তাৰ নোমেৰে বহু কেইডাল তুলি হব'—কেবেনে বহুদিন আগেয়ে তাক বুজাইছিল।

সনন্ত টুডুৱে প্ৰথমে কেবেনৰ কথাত অলপো গুৰুত্ব দিয়া নাছিল। সময়ত সিও কেবেনৰ বুদ্ধিক প্ৰশংসা নকৰি নোৱাৰিলে আৰু নিজেই হাতত ধনুকাঁড় লৈ কেৰ্কেটুৱা বিচাৰি পাহাৰৰ ওচৰৰ তামোল-নাৰিকলৰ বাৰীত সোমাল যদিও কোনোপধ্যেই কেৰ্কেটুৱা বধ কৰিব নোৱাৰিলে।

'কেৰ্কেটুৱা এটাকে বধ কৰিব নোৱাৰ, কেনেকৈ বুটিছৰ লগত যুঁজিবি ? বাক হব, তই কেৰ্কেটুৱা বিচাৰিব নালাগে। মই তোক কেৰ্কেটুৱাৰ নোম গোটাই দিম'—কেবেনে সেইদিনাখন গৰ্বেৰে কৈছিল।

'সঁচানে ?'

'সঁচা। কেৰ্কেটুৱা এটা ধৰোতে কিমান সময় ?' সি কৈছিল আৰু আজি সেই কেৰ্কেটুৱাৰ ছালখন লৈ' আহিছে।

একান্ত মনেৰে তুঁহৰ গুড়িবোৰ পিছি থকা সনন্তই অপ্ৰত্যাশিত-ভাৱে কেবেনক দেখি অলপ অপ্ৰস্তুত হ'ল। সি তেতিয়াবেপৰা তাৰ কথাই ভাবি আছিল। আজি কেৰ্কেটুৱাৰ নোমখিনি দি গলেই বেৰত আঁকিবলৈ তুলি কেইডালমান বনাই লব পাৰিলে-হেঁতেন। এতিয়াতো সি বস্তিলৈ আহিবই নোৱাৰে !

কোনোবা অহা যেন ভাবি সি মুখ তুলি চালে আৰু হাবিত কোনোদিনে নেদেখা জন্তু দেখাৰ দৰে সমুখলৈ থৰ হৈ চাই থকাৰ দৰে চাই থাকিল।

'তই আহিছ ?' অসহায় অসহায় ভাবেৰে সনন্তই কেবেনৰ ফালে চালে।

'মই জানো, তই মোক দেখি ভয় খাইছ। ভয় খোৱাৰ কোনো কাৰণ নাই।' সি হাঁহি হাঁহি ক'লে।

'তই এইফালে আহি থকা কোনোবাই দেখিছে নেকি ?'

'এই বাতিখন কোনে দেখিব ? কিন্তু চিবুৱে মোক আজি বস্তিত দেখিও নেদেখাৰ ভাও জুৰিলে ; মই তাক চিঞৰি চিঞৰি মাতিলোঁ, তথাপিও মোৰ ফালে সি এবাৰো নাচালে, মাত্ৰ বেগাবেগিকৈ গুচি গ'ল। কাৰণটো কি ?'

সনন্তৰ সন্দেহ আগতকৈ বহুখিনি বাঢ়ি গ'ল। 'চিবুৱে তোক সঁচাকৈয়ে দেখিছেনে ?'

'সি দেখিলেইবা, আমাৰ তাত ক্ষতি কি ? সি আমাৰ মানুহ, ভয় কৰিবলগীয়া কিটো আছে ?'

'সি আগতেহে আমাৰ মানুহ আছিল, এতিয়া নহয়। এতিয়া সি পাকা চাহাবৰ মানুহ। এতিয়া বৰবাবুৱে যি কাম কৰিব সিও একেই কৰিব।'

কেবেনৰ চকুত শঙ্কিত বা সন্ত্ৰস্ত হোৱাৰ চিন অলপো দেখা নগ'ল আৰু অতি সহজতাৰে ক'লে—'মই বুজা নাই।'

'বুজিবৰ কিটো আছে ? সি এতিয়া চাহবাগানৰ কুলী নহয়, বৰ্তমান সি চাহাবৰ কাঁলৰ মানুহ। মিত্র লোকে চাহাবৰ ঘোঁৰাক দানা খুৱায়, গাহৰি গৰাল চাফা কৰে, মদ খোৱা চৌদা বনায়। বৰ্তমান চাহাবৰ অন্দৰ মহলৰ একান্ত বিশ্বস্ত লোক--'চিবু হাজদা।'

'চিবু হাজদাই এই কাম কৰিছে ? আচৰিত! তাৰ বিপক্ষে মই কেতিয়াও এনেকৈ ভবা নাই আৰু ভবাও নাছিলোঁ।'

'সি এতিয়া অন্দৰ মহলৰ মানুহ। তাৰ কাৰণে সিদিনা কাৰমা বাস্কে আৰু কাজি বাস্কেই চাবুকৰ কোব খাইছে। আৰু কি জান,—চাহাবৰ মেমে তাক খুব মৰম কৰে। শুনা যায়, আবেলি পৰত তাক মেমচাহাবে লগত বহুৱাই কলৰ গান[১৭] শুনায় আৰু শুনা যায় ইয়াৰ ভিতৰত হেনো অনেক ৰহস্য আছে।'

'হয় নেকি ?' কেবেনে সুধিলে।

'এতিয়া যদি সেই চিবুৱে কথাটো গৈ চাহাবক জনায়, তেতিয়া তোক জানো চাহাবে এনেয়ে এৰি দিব ? চাহাবৰ মেম তোৰ ওপৰত নাৰাজ'—

'সিহঁতৰ নিচিনা শিয়ালবোৰে মোৰ একো অপকাৰ কৰিব নোৱাৰে। তই তোৰ কাম কৰি যা, মই ইয়াতে বহিছোঁ। এইখন কেৰ্কেটুৱাৰ ছাল,—(কঁকালৰপৰা কেৰ্কেটুৱাৰ ছালখন উলিয়াই সমুখত দাঙি ধৰিলে।) মই তোক কেৰ্কেটুৱা এটা মাৰি ছাল এখন ছবি অঁকা তুলিকা বনাবলৈ দিম বুলি কৈছিলো।'

সনন্ত এইবাৰ শঙ্কিত আৰু সন্ত্ৰস্ত হ'ল। কেবেনক সি শত্রু হিচাপেও লব নোৱাৰে মিত্র হিচাপেও নোৱাৰে। তাৰ উপস্থিতিত সি অসন্তুষ্টি অনুভৱ কৰি বেঁকা চাৱনিৰে তাৰ ফালে চাই কি কৰিলে ভাল হব তাকে চিন্তা কৰিলে। (ইয়াক ইয়াতে বহুৱাই থৈ চাহাবক কথাটো জনাই আহিম নেকি ? জনালে এতিয়াই

---

১৭ কলৰ গান—গ্ৰামোফোন প্ৰথম ওলোৱাৰ সময়ত এইফালে 'কলৰ গান' বোলা হৈছিল।

ধৰা পেলাব। কিন্তু সেই কাম মই কেনেকৈ কৰিম ? এইটো বিশ্বাসঘাতকতা, আৰু নক'লেও এই কথা যদি চাহাবৰ মানুহে কেনেবাকৈ গম পায় ? তেতিয়া মোৰ অৱস্থা কি হব ? কেৰেন মোৰ ঘৰলৈ আহিছিল, অথচ, মই গৈ খবৰ নিদিলোঁ।)

'কেৰেন ভাই, তই ইয়াৰপৰা যাগৈ। চাহাবে জানিলে কথাটো ভাল নহব। কেৰ্কেটুৱাৰ এই ছালখনৰ কাৰণে ধন্যবাদ। অইন দিনা এইখন পালে যিমান ভাল লাগিলহেঁতেন আজি কিন্তু লগা নাই। মোৰ কিন্তু ভীষণ ভয় লাগিছে। কিজানি মোকো—'

'সঁচা, তাৰ মানে তই মোক তোৰ ঘৰৰপৰা যাবলৈ কৈছ ?'

কেৰ্কেটুৱাৰ ছালখন এঠাইত থুচি থৈ, কেৰেনৰ হাতত ধৰি সনন্তই উচ্ছ্বসিতভাৱে ক'লে—'তই যদি মোৰ ভালটো চিন্তা কৰ এতিয়াই ইয়াৰপৰা যাগৈ। চিবুক তই চিনি পোৱাই নাই, সি তোৰ কথা কবই, সেইটো নিৰ্ঘাট।'

'ক'লে কি হ'ব ?'—মাচিয়াখনত বহি সি সুধিলে।

'হ'ব আৰু কি ? চাহাব, মেমচাহাব ছুয়ো তোৰ ওপৰত নাৰাজ। দেখা নাই, তোৰ আপ্পাৰ মুখত ঘুচিয়াই কোৱাৰি ফালি দিছে। তোক হয়তো ধৰিব পাৰিলে সিহঁতে মাৰিয়েই পেলাব।'

'মই ভাবিছিলোঁ, সনন্ত টুডু অলপ সাহসী। কিন্তু সকলোৱেই একে কাপুৰুষ। তহঁত সকলোৱেই কাপুৰুষ। আমি ইমান মানুহ থাকোঁতে এই অৱস্থা। চাহাব এজন, বৰবাবু এজন, আৰু আমি বহুৱাবোৰ হিচাপত শ শ। তহঁতৰ চকুৰ আগতে মোৰ আপ্পাক চোৰক কিলোৱা দি কিলালে আৰু আটাই সোপাই মুখ মেলি চাই থাকিলি। চব কাপুৰুষ।'

বাহিৰত হোৱা সামান্য এটা শব্দৰ বাবে কেৰেনৰ কথা কোৱা যন্ত্ৰচালিত মানৱৰ দৰে বন্ধ হৈ গ'ল আৰু চকু সন্মুখৰ বাস্তাৰ ফালে ঘূৰাঘূৰি কৰিলে। মনৰ ভিতৰত কিবা আশঙ্কাই গা কৰি উঠিল।

বাহিৰত গিৰিপ্‌কৈ এটা শব্দ হ'ল।

কেবেন তাত এক পলো নৰ'ল। সনন্তৰ কাষৰপৰা তড়িৎবেগে সি ছুৰাবেৰে ওলাই এৰাগছবোৰৰ মাজেৰে জপিয়াই পাৰ হব খোজোতে কেম্প্‌বেলে অনুমানেৰে চিঞৰিলে—

'এচকেপড্‌! এচকেপড্‌, হিয়েৰ ইজ ড্যাট্‌ ম্যান।'

কেম্প্‌বেলে বৰবাবুলৈ বাট নাচাই লাফ মাৰি উঠি তাৰ পাছ লবলৈ চেষ্টা কৰিলে যদিও ব্যৰ্থ হ'ল। সি ভোটএৰা গছবোৰ পাৰ হৈ চাহনিৰ মাজে মাজে দৌৰি লুংলুঙীয়া বাট এটাৰে পলাল।

চিন্তা-ভাৱনা, সন্দেহ-সংশয় ভাবেৰে তাৰ মন ভৰি পৰিল। ধনুকাঁড় লৈ নাহি সি ডাঙৰ ভুল কৰিলে। উদ্বিগ্নভাৱে ইফালে সিফালে চাই ওপৰৰ বসন্ত কালৰ নীলিম আকাশলৈ চালে। বৰষুণ দিয়া মেঘবোৰ যেন ক'ৰবালৈ উৰি গৈছে। আকাশ এতিয়া নিৰ্মল।

পাইপ টনাৰ ভঙ্গীৰপৰাই বুজা গ'ল কেম্প্‌বেল নিৰাশ হৈছে। আক্ষেপত মানুহজন ভাঙি পৰিছে। হাতৰ মুঠিৰপৰা কেবেন পলাই গুচি গ'ল, অথচ সি একো কৰিব নোৱাৰিলে। কিন্তু সি গ'ল ক'লৈ? নিশ্চয় এইখিনিতেই ক'ৰবাত লুকাইছে।

কেবেনে পুনৰ দৌৰিবলৈ ধৰিলে।

একালে জোপোহাৰ মাজেৰে সি দৌৰি যোৱাৰ সৰ্‌সৰ্‌ শব্দ আনফালে ঘোঁৰাৰ পদধ্বনি, খট্‌-খট্‌-খট্‌-ট—ক্লপ্‌-ক্লপ্‌-ক্লপ্‌—

সি নিৰুপায় হ'ল আৰু ক'লৈ যাব একো নিৰূপণ কৰিব নোৱাৰি দৌৰি দৌৰি ফুল আৰু পাতেৰে জাতিস্কাৰ হৈ থকা সোণাৰু গছজোপাত উঠি কেৰেকা ডাল এটাত নিঃশব্দে বহি থাকিল। সোণাৰু ফুলৰ পাহিবোৰ সৰ্‌সৰ্‌ কৰে মাটিত পৰিল।

অলপ পিছতে নৈৰাশ্যভাৱে ঘোঁৰাত উঠি কেম্প্‌বেলে নদীৰ পাৰৰ এই সোণাৰু ফুলেৰে ভৰা ঠাই খণ্ডত উপস্থিত হ'ল।

কিজানি নদীখন সাঁতুৰি সিপাৰে কোনোবা ফালে পলাই গ'ল ।—কেম্প্‌বেলে নিজৰ ভিতৰতে ধাৰণা কৰি ল'লে ।

মুখৰ ধোঁৱাখিনি এৰি দি পাইপৰ মিস্ত্ৰাৰবোৰ একেৰাহে ধোঁৱাৰপৰা নামি সৰু নদীখনৰ পাৰলৈ আহি ছুয়োপাৰে লক্ষ্য কৰিলে ।

সোণাৰু গছৰ ওপৰৰপৰাই সি কেম্প্‌বেলৰ গতি-বিধি লক্ষ্য কৰি থাকিল ।

সৰু নদীখনৰ (আচলতে ই এটা সুঁতিহে, মানুহে নদী বুলি কয় কাৰণে ইয়াতো নদী হিচাপে ব্যৱহাৰ হৈছে) ছুয়োপাৰত এতিয়া নিস্তব্ধতাৰ চৰম সীমা । জোনাকৰ পোহৰত নদীৰ দৃশ্যটো অতি মনোৰম অনুভৱ হয় । একা-বেঁকা নদীৰ কাষে কাষে সেউজীয়া ঘাঁহনি । হুঁ হুঁ কৰি আছে নদীৰ জলস্ৰোতৰ প্ৰচণ্ড গুঞ্জন । সেউজীয়া ঘাঁহনিৰ কাষে কাষে ওচৰৰ ওৰাং, চাওঁতাল গাৱঁৰ শস্যৰ পথাৰৰ মতলীয়া গোন্ধ । অস্পষ্টভাৱে দেখা যায় সেইয়া সনাতন বসুমতাৰীৰ বাঁহৰ বস্তি । বাঁহগছৰ পাতবোৰ মৃদুভাৱে লৰি আছে । ইডাল বাঁহৰ লগত সিডাল বাঁহৰ ঘৰ্ষণৰ শব্দ হৈছে—মে-ৰে-ৰে—মে-ৰে-ৰ্‌ । নক্ষত্ৰদল জ্বলিছে শান্ত সমাহিত গাওঁবোৰৰ ওপৰত, কেবেনৰ টিলাটোৰ ওপৰত, চাহ বনুৱা বস্তিৰ ওপৰত । গভীৰ ৰাতিৰ এই স্তব্ধতাত পবিত্ৰতা হৈ শুই পৰিছে । টিলাটোত শুই পৰিছে নীলফুল । গাহৰি গৰালত শুই থকা গাহৰিকেইটাৰ কোনো সাৰ-সুৰ শব্দ নাই, মাত্ৰ শুই শুই সাৰে আছে স্বপ্নাতুৰ নীলফুল ।

বিভিন্ন মানসিক চাঞ্চল্যৰ বিপৰীতে কেম্প্‌বেলৰ চকু এবাৰ সকলো ফালে নিবদ্ধ হ'ল । নিবদ্ধ হ'ল পাৰৰ পানী এডোঙাত । পানীডোঙা আবেলিৰ বৰষুণত জমা হৈছিল । তাত জোনটো দেখা যায়—স্থিৰ ।

'ওৱান্দাৰফুল'—স্থিৰ পানীত চন্দ্ৰৰ প্ৰতিবিম্ব দেখি মনে মনে তোৰ্‌তোৰালে । কোনো শব্দ নোহোৱাকৈ হাতেৰে গছৰ পাতবোৰ

ফাঁক কৰি গছৰ ওপৰত বহি থকাজনে ৰাস্তাটোলৈ চালে—কোনোবা আছে নেকি'?

জন্তু এটাই ঘাঁহ খোৱাৰ শব্দ।

(নিস্তব্ধতাৰ চৰম মুহূৰ্ত)

গৰুৱে ঘাঁহ খাইছে নে ম'হে ঘাঁহ খাইছে চাব খোজোঁতে দেখিলে স্বয়ং কেম্প্‌বেল গছডালৰ তলতে। কাৰোবালৈ যেন অপেক্ষা কৰিছে। ওপৰলৈ চালে একো চকুত নপৰিল। পিন্ধি থকা হেট্‌টোৰ ওপৰত সোণাৰু ফুলৰ পাহিবোৰ সৰি পৰিল। হেট্‌টো খুলি ওপৰত পৰি থকা পকা ঘূৰণীয়া নেমুৰঙৰ দৰে সোণাৰু ফুলৰ পাহিবোৰ পেলাই দিলে।

কেবেনে ওপৰৰপৰাই অনুভৱ কৰিলে, যেন কোনোবা এজন দৌৰি আহিছে আৰু চাহাবৰ ওচৰত ৰৈ গৈছে।

চাহাবে চিবুক দেখিয়েই ক'ৰবাৰপৰা কিবা সন্তেদ কঢ়িয়াই অনা বুলি ভাবি ঘোঁৰাত লফিয়াই উঠি যাবলৈ সাজু হ'ল।

'ক্যা খবৰ? তুমি কি তাকে দেখিছে? ঐ ক'ত থাকিছে তাৰ কুছ পাত্তা নাহি মিলিছে।'

চিবুৰে মূৰটো জোকাৰি নেদেখাৰ ইঙ্গিত দিলে।

'ননচেঞ্চ্! তুমি দেখিবে কি ৰকম? হি ইজ ম'ৰ ক্লেভাৰ ডেন ইউ। তুমি কেৱল খাব জানিছে অউৰ কুছ নাই জানিছে। পগ কহি কা। গ' এ্যণ্ড ফাইণ্ড্ আউট্ হিম্ ইমিডিয়েটলি। তুমি হিদিগে যাবে, আউৰ হামি যাব হিদিগে।'

যি দেখা গ'ল, সনন্তই কোৱা কথাষাৰ সম্পূৰ্ণ সঁচা। বস্তিত সি তাক কিয় নামাতিলে সেই কথা এতিয়া স্পষ্টভাৱে বুজি উঠিল। তাৰ কথা চিবুৱেই নিশ্চয় জনাইছিলগৈ, এই বিষয়ত সি নিশ্চিত হ'ল।

বিশ্বাসঘাতকতাৰ চূড়ান্ত নিদৰ্শন। বন্ধুৱাই বন্ধুৱাক বিশ্বাস-ঘাতকতা কৰে। আজি মোৰ অপকাৰ কৰিছে, কাইলৈ তাৰ

কৰিব, পৰহিলৈ অন্য এজনৰ কৰিব। চাহাবে বুজিব আমাৰ মাজত কোনো একতা নাই। এইচব,—'চালা চব চুৰৰ কা বাচ্চা,— কেবেনে গছৰ ওপৰতে মুখেৰে ভোৰভোৰাই থাকিল।

সনন্তই জানিছিল, যিহেতু কেবেন তাৰ ঘৰত সোমাইছে এই খবৰ চিবুৱে সংগ্ৰহ কৰি নিশ্চয় চাহাবক বীৰদৰ্পে জনাবগৈ আৰু যদি চাহাবে কেবেনক ইয়াৰপৰা পলাই ফাট মৰা দেখা পাইছে, তেন্তে তাৰ কোনোপধ্যেই ৰক্ষা নাই। সি পলাইও লাভ নাই। হয়তো এই মুহূৰ্ত্তেই বিজনীৰ ফালে গুচি যাব লাগিব; নহয়তো ইয়াতে থাকিলে কেম্প্‌বেলৰ সৌকাৰ কোব খাবই লাগিব।

কেবেনৰ ওপৰত উঠা খংটো তাৰ নিমিষতে দমি আহিল আৰু মনত সাহস গোটালে। কেবেনে চাহাবৰ বিৰুদ্ধাচৰণ কৰি উপযুক্ত কামকেই কৰিছে। মাত্ৰ ভুল কৰি আছোঁ আমি। বাগিছাৰ গোলামি বাদ দি সি সাহসৰহে পৰিচয় দিছে, তাৰ তুলনাত আমি চব ভিজা মেকুৰী।

সনন্তই ইমানপৰে বাহিৰতেই থিয় দি আছিল। তাৰপৰা সি গুচি আহিল আৰু কেবেনে দি যোৱা কেৰ্কেটুৱাৰ ছালখন বেৰত ওলোমাই থোৱা ঠাইৰপৰা আনি তুলি এডাল বনাম বুলি নোমবোৰ কাটিব ধৰোঁতেই বাহিৰত জোতাৰ শব্দ শুনি কঁপিবলৈ ধৰিলে।

বোধহয় চাহাব পুনৰ আহিছে। সি সাজু হোৱা উচিত, এইবাৰ কোনোপধ্যেই ৰক্ষা নাই।

সমুখলৈ চোৱাৰ সাহস তাৰ নহ'ল। জোতাযোৰ দেখিলে প্ৰথমতে আৰু জোতা পিন্ধা মানুহজন কোন সেই বিষয়ে নিশ্চিন্ত থাকি মাত্ৰ ভয় নকৰিবলৈ নিজৰ মনৰ লগত যুঁজ-বাগৰ কৰি সমুখলৈ চালে।

কুঞ্চিত কপাল আৰু কুঞ্চিত মুগাবৰণীয়া চকুৰে এক অনুজ্ঞাৰ চাৱনিৰে চাহাবে সুধিলে—'হোৱেৰ ইজ হি?'

সনন্তই ইংৰাজী বুজি নাপায়, তথাপি তাক কেবেন সম্পৰ্কেযে কিবা সুধিছে ধাৰণা কৰি একো উত্তৰ নিদি বোবাৰ দৰে থিয় হৈ থাকিল।

'হোৱেৰ ইজ কেবেন ? কেবেন ক'ত থাকিছে ?'

মূৰটো জোকাৰি একো নজনাৰ ইঙ্গিত দিলে আৰু চকু দুটা কৰ নোৱাৰাকৈয়ে কেম্প্‌বেলৰ চকুত নিৱদ্ধ হ'ল।

কেপ্তেইন কেম্প্‌বেলৰ চকুলৈ এনেকৈ চাই থকাৰ সাহস কাৰ আছে ? অথচ সনন্তৰ হঠাৎ ইমান সাহস বাঢ়ি গ'ল। সি বীৰৰ দৰে চকুৱে চকুৱে চাই থাকিল।

গচাত থকা কেৰাচিন তেলৰ চাকিগছ লৈ সি ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু চাকিগছ মূৰৰ ওপৰত ধৰি চুকে কোণে চালে—ক'ৰবাত লুকাই আছে নেকি ?

কোঠাটোৰ মাজত জোতাৰ খট্‌খট্‌ শব্দৰ বাহিৰে সম্পূৰ্ণ নীৰৱতা।

চাকিগছ লৈ এইবাৰ বাহিৰলৈ ওলাই আহি পোনে পোনে এৰাগছৰ জোপোহাটোৰ ওচৰ পালেগৈ।

কেম্প্‌বেল নিৰাশ হ'ল আৰু বিতৃষ্ণাত জ্বলি থকা চাকিগছ সনন্তৰ গালৈ দলিয়াই দিলে। চাকিগছ তাৰ গাত নপৰি মাটিত পৰি নুমাই থাকিল।

'ডেন হোৱেৰ ইজ হি ? ঐ ক'ত থাকিছে ?'

'ইউ আৰ এ লায়াৰ,—তুমি চব জানিছে কিন্তু কুছ নহী কৈছে (বেল্টত খুচি থোৱা চাবুকডালেৰে প্ৰচণ্ড শক্তিৰে একোৰ মাৰিলে)।

সনন্তই চাবুকৰ কোৰ খাই চিৎকাৰ কৰি উঠিল। ওচৰৰ কোনো বন্ধুৱা ওলাই নাহিল। কোনোৱে ইয়াৰ প্ৰতিবাদ জনাবলৈ সাহস গোটাব নোৱাৰিলে।

তাৰ হাতৰ মুঠি টান হৈ আহিল আৰু কেবেনৰ কথাবোৰ মনলৈ আহিল—'তহঁত চব কাপুৰুষ'। (সঁচাকৈয়ে আমি কাপুৰুষ নেকি ?)

'ইউ মাষ্ট টু ছে—কেবেন ক'ত থাকিছে, সেই কথা তুমি জানিছে। ইউ আৰ এ জেকৃল। শৃগালেৰ ৰকম তুমি কানিং আছে।'

দ্বিতীয়টো জোতাৰ গোৰ খাই সি মাটিত বাগৰি পৰিল আৰু যন্ত্ৰণাত চকু দুটা মুদি দিলে। ইতিমধ্যে কঁকালত যথেষ্ট বিষ অনুভৱ কৰিছে। বস্তিৰ মানুহবোৰে মনে মনে দুই এজনকৈ পাছফালেদি আহি এৰাগছবোৰৰ জোপোহাৰ মাজেৰে চাই পঠিয়ালে।

'তুমি চব জানিছে কিন্তু কুছ নহী কহিছে। প্লিজ টেল্ মি হোৱেৰ ইজ ডেট ব্লেক বিষ্ট্ ? প্লিজ টেল্ মি।'

মুৰটো তাৰ ফাটি যোৱা যেন লাগিল। জীৱনত এনেদৰে কোনোৱে তাৰ শক্ৰতাচৰণ কৰা নাছিল।

'আমি তোমাকে আমাৰ কোম্পানীৰপৰা বাহিৰ কৰিবে, তুমি আমাৰ এনিমি আছে। কোই এনিমিকে আমি জিন্দা নাহি চাবিবে।'

(অন্ধকাৰৰ মাজত বেগী ঘোঁৰাটোৰ খট্ খট্ শব্দ)

সি উচুপিবলৈ ধৰিলে। তাৰ চকু দুটা চকুপানীৰে উপচি পৰিল। হাত দুখন কঁকালত ধৰি কোনোমতে সি থিয় হ'ল। বুকুৰ কোনোবাখিনিত সি বেছি বিষ অনুভৱ কৰিলে। তাৰ ডিঙিত যেন কিবা এসোপাই সোপা মাৰি ধৰিছে।

জোপোহাৰ মাজত, আঁৰত লুকাই থকা বস্তিৰ মানুহবোৰ আচৰিত হ'ল। কেবেন হঠাৎ ক'ৰপৰা ওলাল, সিহঁতে ধৰিবই নোৱাৰিলে।

'তহঁত চব চুৱৰ কা বাচ্চা !'

'তই কাক চুৱৰ কা বাচ্চা কলিবে কেবেন ? মুখ চম্ভালি কথা কবি। চুৱৰ কা বাচ্চা তই হবি, আমি মুচলমান চুৱৰৰ বাচ্চা নাই আছে।' বসুৱা এজনে দৃঢ়ভাৱে ক'লে।

'শিয়ালৰ পোৱালিৰ মুখত সিংহ পোৱালিৰ ভাষণ। এতিয়া বৰ কথা। চোৰৰ দৰে এৰাগছৰ জোপোহাৰ আঁৰত লুকাই আছ? তহঁত গোটেইমখাই ধৰা হলে চাহাবে সনস্তক একো কৰিব নোৱাৰিলেহেঁতেন।'

বাহিৰত এটা শব্দ হ'ল। শব্দটো কিহৰ হব পাৰে তাকে অনুসৰণ কৰিলে। কাৰোবাৰ চকু দুটা এঠাইত স্থিৰ হ'ল, কাৰোবাৰ কপালৰ ৰেখাবোৰ এঠাইত থূপ খালে, কাৰোবাৰ বুকু আশঙ্কাত কঁপি উঠিল।

'আকৌ আহিছে, আকৌ আহিছে সেই বদমাছটো। সেই দিক্কুটোৰ ঘোঁৰাৰ শব্দ।'

'দিক্কুটো আহিছে।'

কেবেনে জপিয়াই আগৰবাৰ পলোৱা ঠাইৰে দৌৰি গুচি গ'ল। বাকীবোৰেও জোপোহাৰ আঁৰত লুকাল।

সোণাৰু ফুলৰ কলপতীয়া ৰঙৰ পাতবোৰ ৰাতিৰ আবেশৰ তালে তালে বলি থকা বতাহত মৃদুভাৱে লৰি আছিল। পকা নেমুৰঙৰ নিচিনা হালধীয়া সোণাৰু ফুলবোৰ অনবৰত বতাহত উৰি আহি তলৰ ঘাঁহনি ডৰাত পৰিছিল, বন নগজা ঠাইডোখৰত পৰি ঠাইডোখৰ হালধীয়া হৈ পৰিছিল। ফুলৰ মুগাবৰণীয়া পুংস্তৱক আৰু স্ত্ৰীস্তৱক সৰি পৰাৰ সিৰিক্ সিৰিক্ শব্দও নিস্তব্ধতাৰ মাজত শুনা গৈছিল। কৃষ্ণচূড়া গছৰ পাতৰ কাষে কাষে বসন্ত কালৰ নীলিম আকাশ ছায়াচ্ছন্ন দেখা গৈছিল। উগ্ৰ সেউজীয়া ৰঙৰ তগৰ ফুলৰ পাতবোৰ অন্ধকাৰত ডুব গৈ থাকিলেও জোনাকৰ পোহৰত বগা পাহিৰ ফুলবোৰ বতাহত লৰি আছিল আৰু গোন্ধটোও বতাহত মিহলি হৈ গৈছিল।

নীলফুলৰ খোপাত দুটা তগৰ ফুল মৰা আছিল। এতিয়া তাই বাগৰ সলাওঁতে ফুল দুটা খোপাৰপৰা পিছলি আহি বিচনাত পৰিল; তথাপি গোন্ধটো এতিয়াও বিচনাতে বিয়পি আছে।

ধানখেৰৰ বিচনাখনৰ ওপৰত পাৰি থোৱা মিলৰ কাপোৰখন ফিচিকি যোৱাত খেৰবোৰ প্ৰকট হোৱাত তাইৰ বাউসি ঘনে ঘনে খেৰত ঘঁহনি খোৱাত টোপনিত বাধা জন্মিছিল। তাই অনুভৱ কৰিছিল বাহিৰত কিজানি এতিয়া চন্দ্ৰালোকিত ৰাতিৰ নিৰ্জন নিঃসঙ্গতা। সেই নিৰ্জন নিঃসঙ্গতাত টিলাটোৰ চৌদিশ ঘূৰি ঘূৰি তাই যেন গুটিমালতি ফুলৰ সুঘ্ৰাণ লৈ এটি খোপাত গুজি থব। বতাহৰ লগত সোমাই অহা বেৰত উঠি যোৱা ৰক্ত-গোলাপৰ সুবাস চাট্ কৰে নাকত লগাত ধীৰভাৱে আন্ধাৰৰ মাজত তাই চকু দুটা মুদি দিলে।

ওচৰত কেবেন শুই আছে এক কঠিন পুৰুষসুলভ ভঙ্গীৰে। তাই যেন তাৰ শৰীৰটো আন্ধাৰৰ মাজতে অনুভৱ কৰি মানৱ সত্তাৰ প্ৰধানতম্ বিকাশ যে প্ৰাণসত্তাৰ স্থিতিস্থাপকতা, নাৰী আৰু পুৰুষৰ মাজত পৰস্পৰক পোৱাৰ যে এক তীব্ৰ প্ৰয়োজন আছে, সেই কথা উপলব্ধি কৰি আঙুলিটোৰে তাৰ বাউসিত হেঁচুকি দিলে।

কেবেনৰ ফালৰপৰা কোনো প্ৰত্যুত্তৰ নাপাই চিং হৈ শুই থাকিল আৰু তাৰ পিছত তাৰ বাহুত মূৰটো গুজি টোপনি আহিবলৈ চেষ্টা কৰিলে।

বাহিৰত কচু গছবোৰ যেন কোনোবা দুৰ্বৃত্তই উঘালিছে, উঘালি উঘালি কচুৰ পেটাত লাগি থকা মাটিবোৰ গুচাবৰ বাবে যেন কচু গছবোৰ হাতেৰে জোৰকৈ ধানৰ কঠিয়াৰ মাটি একওৱাৰ দৰে ভৰিত আচোৰণ দিয়াত মাটিৰ চপৰাবোৰ চাৰিওফালে ছিটিকি পৰাৰ শব্দ হৈছে।

আহিব খোজা টোপনি বাধাপ্ৰাপ্ত হৈ বিচনাত উঠি বহিলত ধানখেৰবোৰ খেৰ্‌খেৰাই উঠিল। শব্দটো ক্ৰমান্বয়ে বেছি হৈ আহিছে। এনেকুৱা অনুভৱ হ'ল, তাত যেন কেবাজনো মানুহে কচুবোৰ উঘালি আছে।

নীলফুল সন্ত্ৰস্ত হ'ল আৰু শুই থকাজনৰ বাহুত ধৰি হেঁচুকি দিলে।—'হেই, হেই, বাহিৰত কিবা এটা হৈছে।'

'ধেৎ তেৰি, কিনো হৈছে অ'। শুইছিলো মাত্ৰ! কি হ'ল?'

তাই তাৰ মুখত সোপা মাৰি ধৰি শব্দটো অনুকৰণ কৰিবলৈ ফুচফুচাই ক'লে।

'বুজিলো, এইচব দিক্কুহঁতবে মানুহ, চালাহঁতৰ বিৰোধ কেৱল মোৰ লগতে। আগফালৰপৰা যুঁজিব নোৱাৰে, পাছফালৰপৰাহে চালাহঁতৰ আক্ৰমণ কৰাৰ বদভ্যাস। দেখা যাব, ধনুখন ক'ত আছে?'

'আগৰ ঠাইতে আছে' (ফুচফুচাই)—তাই ক'লে।

'চোৰ আহিছে, চোৰ'—সি চিঞৰিলে।

তাৰ চিঞৰ-বাখৰত ইটো ঘৰত থকা দেদেৰে আৰু বাগালেও খপ্‌জপাই টোপনিৰপৰা সাৰ পাই আত-বিতকৈ বাহিৰলৈ ওলাই আহিল—'কি হ'ল ৰে?'

নীলফুলেও বগাৰ ওপৰত ক'লা সূতাৰ ঘৰ দিয়া চুটি শাড়ীখনেৰে গাটো কোনোমতে ঢাকি বাহিৰ ওলাই জোনাক স্নাত কচু-ডৰালৈ চালে।

'কি হ'ল ৰে?' বাগালে সুধিলে।

কেবেনে কোনো প্ৰত্যুত্তৰ নিদি সমুখলৈ দৌৰি গৈ আঠুকাঢ়ি বহি সৰ্বশক্তি প্ৰয়োগ কৰি ধনুৰপৰা কাঁড় এৰি দিলে, যদিও সি লক্ষ্যভ্ৰষ্ট হ'ল। ধনুৰ কাঁড়ে সিহঁতৰ কোনো এজনকো ভেটা দিব নোৱাৰিলে।

'তহঁতে দেখোন ইয়াতেই গাঁতত থকা শিয়ালৰ দৰে ভয়তে পেপুৱা লাগিলি। নাযাব কিয়?' নীলফুলে ক'লে।

বাগাল আৰু দেদেৰেও কেবেনক অনুসৰণ কৰি দৌৰি গ'ল, তথাপি সিহঁত বহু আঁতৰত থাকিল।

সিহঁতক লগ ধৰাটো টান। সি বুজিলে।

তাৰ মানে দিক্কুহঁতৰ মানুহে মোৰ পেটৰ ভাত মুঠিতো এইবাৰ হাত দিব খুজিছে।

বাগালে তাৰ ফালে চালে।

'চালা শিয়ালৰ পোৱালিহঁত, দেখা যাব তইঁতক, শক্তি আছে যদি চামনত খাৰা হৈ যুদ্ধ কৰ। পাছফালৰপৰা কাপুৰুষেহে আক্ৰমণ কৰে'--সি তীব্ৰজোৰে চিঞৰি চিঞৰি দৌৰি থকা কেইজনৰ ফালে চাই ক'লে।

সি আহি দেদেৰে আৰু বাগালৰ লগ লাগিল।

'দেখিলি সিহঁতৰ কাৰবাৰ'—কেবেনে দুয়োৰে ফালে চালে। এতিয়া আমাৰ পেটৰ ভাতকেইটাতো চকু দিছে। আমি নিৰ্বংশ হোৱাটোকে সিহঁতে বিচাৰে। ডুবাকচুবোৰ[18] (ডুবাৰ কণীৰ নিচিনা আকৃতি) উঘালি লৈ গ'ল যেতিয়া—'

'কচুবোৰ ডাঙৰ হলে ধানৰ লগত সলাব পাৰিলোহেঁতেন'— নীলফুলে আগবাঢ়ি আহি ক'লে। 'দহ মোন কচু দিলে আমি অন্ততঃ পাঁচ মোন ধান পালোহেঁতেন।'

(কচুবোৰ ৰোওঁতে সিহঁত চাৰিও অসম্ভৱ কষ্ট কৰিবলগীয়া হৈছিল। কেবেনে, দেদেৰে আৰু বাগালে টিলাটোৰ টান ৰঙা মাটিবোৰ কোৰ মাৰি মাৰি চহাইছিল। নীলফুলে চপৰাবোৰ টাঙোন এডাল লৈ সৰি কৰিছিল। মাটিবোৰ গুৰগুৰীয়া নোহোৱালৈকে তাই এৰি দিয়া নাছিল। দোকমোকালিতে ওচৰৰ গো-খুটিৰপৰা বাঁহৰ ডাঙৰ খদা সাজি গোবৰ কঢ়িয়াই আনি সেইবোৰ শুকাবলৈ দিছিল। শুকাই ঠনঠনীয়া হোৱাত কোবাই গুড়ি কৰি মাটিৰ লগত মিহলাই মাটিবোৰ সাকৰা কৰিছিল। মাটিডৰা উৰ্বৰ হোৱাত কচুৰ আকৃতিও বেছ ভাল হৈছিল)।

ছেঃ! কচুবোৰ সোপাকে নিলে নেকি? নীলফুলে কেবেনৰ ফালে চালে। যদি নিয়া নাই সেইখিনি এতিয়াই তুলি থোৱা

---

১৮ ডুবাকচু—কাছ বা ডুবাৰ কণীৰ আকৃতিৰ কচুবিশেষ। কিন্তু কণীৰ আকাৰতকৈ ই বহু বেছি ডাঙৰ।

ভাল হব। সেইখিনি ওচৰৰ গাওঁবোৰৰ ক'ৰবাত ধানৰ লগত সলাব পাৰিব।

'ঘটনাটো আচলতে কি? আমি কিন্তু নাপাত্তা'—দেদেৰে নীলফুলক সুধিলে।

'হব আৰু কিটো? এতিয়া আমি ইয়াত থকাটো অলপো নিৰাপদ নহয়। সিহঁত নিশ্চয় দিক্কুহঁতৰেই মানুহ, মানে চাহাবৰ মানুহ।'

'চাহাব আহিছিল নেকি?'—বাগালে প্ৰশ্ন কৰিলে।

'মই কেনেকৈ জানিম? মইতো ইয়াতেই আছোঁ!'

'চাহাব অহা নাই'—কেবেনে স্বাভাৱিকভাৱেই ক'লে। 'যদিও সিহঁতৰে মানুহ আহিছিল। ঘোঁৰাচহীচ কাঝি, হামক আৰু বিশ্বাস-ঘাতক চিবুক মই দেখা পাইছোঁ। আমাৰ মানুহেই আমাৰ মানুহক বিশ্বাসঘাতকতা কৰে, তাতকৈ আৰু লজ্জাৰ বিষয় কি আছে?'

'কচুবোৰ থান্দি লৈ যোৱাৰ মাজত সিহঁতৰ কি ডাঙৰ উদ্দেশ্য থাকিব পাৰে?' বাগালে সুধিলে।

'এইটো প্ৰশ্নৰ উত্তৰ অতি সহজে ওলাই আছে।'

'মানে?'

'মানে আৰু কি? চাহাবে এইটো জানে, মই মাছ মাৰি, চিকাৰ কৰি তাৰ দ্বাৰাই গাৱঁলৈ গৈ ধান-চাউল সলাই আনো। সিহঁতে জানে, কচুবোৰ ডাঙৰ হলে ইয়াত বহু কচু পাম আৰু তাৰেই মই ছমাহ অনায়াসে চলি থাকিম। কচুবোৰ বদমাচহঁতে, উঘালি নিছে এইবুলিয়েই, যাতে মই কচুবোৰ ধানৰ লগত সলাব নোৱাৰোঁ। যেতিয়া মই খাবলৈ নাপাম, তেতিয়া মই দিক্কুহঁতৰ অৰ্থাৎ বৃটিছ চাহাবৰ ওচৰলৈ গোলামি কৰিবলৈ যাম বুলি ভাবিছে। মই চাকৰি কৰা মানেই সিহঁতে মোৰ লগত মিত্ৰতা কৰিব আৰু সেই সময়ত বস্তিৰ উৎপাত বাঢ়ি যাব। বৰবাবু আৰু চোট্রবাবুৱে মিলি কুলীৰ ছোৱালীক নি নিজ খুচিমতে যি ইচ্ছা তাকেই কৰিব। দৰমহা কাটিব। পাবলগীয়া পইচাতকৈ কমাই দিব।'

'আচ্ছা, তাৰমানে সিহঁতৰ উদ্দেশ্য সেইটোৱেই।'—বাগালে সুধিলে।

'সেইটো নহ'বও পাৰে'—দেদেৰে গম্ভীৰভাৱে ক'লে।

নীলফুলে ক'লে—'বোধহয় এইটোৱেই সঁচা কথা। নহলেনো আৰু কি অন্য উদ্দেশ্যটো থাকিব পাৰে ?'

কচু এডাল উঘালি নীলফুলে তলৰ ফালে চাই আপচোচৰ ভঙ্গীৰে ক'লে—'এহ ! কচু ডাঙৰ নহলেই, পাষণ্ডহঁতে আগতেই নিলে।'

'এতিয়া কৰিবি কি ?' দেদেৰে বাগালক সুধিলে।

'কৰিবৰ কিটো আছে ? যিখিনি চাউল আছে তাৰে খুব বেছি পঁচিশ দিন। হয়তো এমাহ। তাৰ পিছত ? যিমান কচু হৈছিল তাৰে কমেও ছমোন ধানৰ লগত সলাব পৰা গ'লহেঁতেন।' বাগালে দেদেৰেক ক'লে।

'মই তোক সেইবোৰ সুধিব খোজা নাই। সুধিব খুজিছোঁ, এতিয়া উপায় কি হ'ব ?'

'ইয়াৰ প্ৰতিশোধ আজিয়েই লম।' তুয়োৰে কথা-বতৰা তল পৰি কেবেনৰ পুৰুষোচিত ভাব-ভঙ্গী প্ৰকট হৈ উঠিল।

'কিনো কৰিবি তই'—(দেদেৰে কেবেনৰ প্ৰতি কৰা ব্যঙ্গোক্তি)

'ভিজা মেকুৰী মই নহয়, যদি চাহব গছবোৰ এইমাত্ৰ গৈ ধাম-ধুম কাটি দিওঁ ?'

'তেতিয়া আমাক ধৰি-বান্ধি ঘৰৰপৰা লৈ যাব।'

'ধৰি-বান্ধি নিব বুলি ভয় কৰিলে মই তেনেকৈ নকলোহেঁতেন, তহঁতৰ দৰে বৈ থকা ভকত মই নহয়। যোৱা কালি বাভা গাৱঁত কি হৈছে জান ? বাভা গাৱঁৰ কেবাটাও ঘৰ হাতী লগাই ভাঙি দিছে।'

'কোনে ?'

'হ'ব আৰু কোন ?'—কেবেনে দৃঢ়ভাৱে ক'লে। 'চাহাব ৰাভা গাঁৱৰ ফালে বৰবাবুক লগত লৈ ফুৰিবলৈ গৈছিল। ৰাস্তাৰে চাহাব গৈ থাকোঁতে চালাম দিয়া নাছিল। লগত গাঁৱৰ জমিদাৰ চৌধুৰী বাবুও আছিল। মানে, জমিদাৰ বাবুৱে ৰায়বাহাদুৰ খিতাপ পাইছেতো! চাহাবে ৰাস্তাৰে গৈ থাকোঁতে ৰায়বাহাদুৰ চৌধুৰী বাবুৱে লাজ পালে আৰু চাহাবক সন্তুষ্ট কৰিবলৈ কেবাটাও ঘৰ দস্তুৰমত লগে লগে নিজৰ হাতী লগাই ভাঙি দিছে। হংস ৰাভা নামৰ গৰীব খেতিয়ক এজনৰ মাত্ৰ সেইটোৱেই ঘৰ আছিল।'

'গাঁৱৰ মানুহে কি কৰিছিল ?' দেদেৰে উত্তপ্ত হৈ প্ৰশ্ন কৰিলে।

'যিখিনি সম্ভৱ সিমানখিনিলৈকে সিহঁতে কৰিছিল। বাঘা ৰাভা আৰু গোপী ৰাভাই বগা চাহাবক টাঙোন লৈ মাৰিবলৈ খেদি গৈছিল। পিছে নোৱাৰিলে।'

'তেতিয়া চাহাবে একো নকৰিলে নেকি ?'—কচুৰ পেটাৰ মাটিবোৰ একৰাই নীলফুলে সুধিলে।

'দুয়োকে ধৰি-বান্ধি ঢাকালৈ চালান দিছে। মুঠৰ ওপৰত যি দেখিলো, বাঘা ৰাভা আৰু গোপী ৰাভা বেছ সাহসী মানুহ।'

'সিহঁত সাহসী হবই, সিহঁত ইয়াৰ স্থানীয় মানুহ।' দেদেৰেই ক'লে।

'এইটো এটা ভুল ধাৰণা। তহঁতে ইয়ালৈ আহিবৰ প্ৰায় এশ বছৰ হ'ল। তহঁতে অসমীয়াতে কথা কয়, তহঁতৰ মানুহবোৰে টাউনলৈ গৈ অসমীয়া ভাষাতে কিতাপ পঢ়িছে। তহঁতৰ গাঁৱৰ কোনো মানুহে চাওঁতালী ভাষা নাজানে। তহঁত এতিয়া সম্পূৰ্ণ অসমীয়া মানুহ।'

'সেইটো অৱশ্যে হয়। কিন্তু তেনেকৈ মোৰ আগবাঢ়ি যাবলৈ ভয় লাগে।'

'তাকেই ক। মিছামিছি উল্টা-পাল্টা কথা কিছুমান কিয় কৈ থাক ?'

'জেললৈ যাবলৈ মোৰ ভয় লাগে'—দেদেৱে ক'লে।

'এতিয়া কেৱল সেইবোৰ আলোচনা কৰি থাকিলেই নহব। মই এতিয়াই বাগিছালৈ গৈ চাহগছবোৰ কাটি নষ্ট কৰিম।'

'চাহগছবোৰ কাটি জানো কিবা লাভ হব?' দেদেৱে প্ৰশ্ন কৰিলে।

'একেই কথা দেদেৱ ভাই, চব একেই কথা। তয়ে কচোন, কচুবোৰ সিহঁতে তেনেকৈ খান্দি-কুৰি নিয়াৰ পৰা জানো কিবা লাভ হব? কচুবোৰতো ডাঙৰ হোৱাই নাছিল। চাব জানিলে লাভ এঁকোতে নাই, চাব জানিলে লাভ সকলোতে আছে।'

'এইবোৰ আৰু কেনেকুৱা অৰ্থ? মই বুজিয়েই নাপাওঁ'—বাগালে তাৰ ফালে চাই স্মিত হাঁহি মাৰি ক'লে। 'এটা কথা আমি সদায় ভাবি চোৱাটো উচিত হব।'

'সেইটো বা আকৌ কেনেকুৱা উচিত?' ঠাট্টাৰে বাগালে সুধিলে।

'মানে এই চাহগছবোৰৰ লগত গিৰমিটত অহা শ-শ বনুৱাৰ প্ৰশ্ন আছে। চাহগছবোৰ কাটি দিয়াৰ অপৰাধত যদি সকলো কুলীকে কামৰপৰা চাটাই কৰে? সকলো শুকাই মৰিব লাগিব।'

'একেই কথা, আমিও দহ-পোন্ধৰ দিন পাছত শুকাই মৰিব লাগিব। আমাৰতো কোনো নিৰাপত্তা নাই।'

'কিন্তু আমি চাৰিজন, আৰু সিহঁত শ শ—'

'এজন এজনকৈ মিলিহে শ শ হয়। বুজিলি দেদেৱে। মই সেইবোৰ একোৱেই নাজানো। মুঠৰ ওপৰত আমি মনে মনে থকাটোৱে ভুল কথা। যিমানেই মনে মনে থাকিবি বগা দিকুহঁতৰ আক্ৰানি সিমানেই বাঢ়ি যাব।'

'কিন্তু কেবেনদা—'

'হুঁ?' সি সুধিলে।

'আমি এতিয়াও স্পষ্টকৈ নাজানো, কচুবোৰ চাহাবৰ মানুহেই নিছে নে অইন কোনোবাই—'

'তহঁত দুয়োৰে আল্টু-ফাল্টু কথা শুনাৰ ধৈৰ্য্য মোৰ নাই। ঐ নীলফুল, দাখন ক'ত আছে দে—'

দেদেৰে আৰু বাগালে একো উত্তৰেই নিদিলে, মাত্ৰ নীৰৱে ঘৰলৈ উভতি গ'ল।

এন্ধাৰৰ মাজত খেপিয়াই খেপিয়াই সি ঘৰৰ ভিতৰত দা বিচাৰি থাকোঁতে নীলফুলে আগতেই বিচাৰি আনি দি উচ্চৈস্বৰে ক'লে—'এইখন ইয়াতে, মই লৈ আহিছোঁ।'

'চাব্বাছ নীলফু! অন্ততঃ তই বুজিছ, স্বাধীনতা নহলে জীৱনৰ কোনো মূল্যই নাই—'

দেদেৰেই ঢেক্‌ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে। 'বাঃ নীলফু! তই আমাৰ গাৱঁৰ নাম ৰাখিলি অন্ততঃ। কিন্তু সাৱধান, কাৰো ওচৰত আত্মসমৰ্পণ নকৰিবি—'

'হাঁহিছ? ডিঙিলৈকে পোত গৈছে, সেইটো হলে খবৰ নাই।' অতিষ্ঠ হৈ কেবেনে ক'লে।

কেবেনে হাতত দাখন লৈ ধনুকাঁড় ঠিকমতে লৈ নীলফুলৰ ফালে চালে—'ব'ল নীলফু। তহঁত শুই থাক, আমি দুয়ো যাম।'

সিহঁত আন্ধাৰৰ মাজত অদৃশ্য হোৱাত কিবা এক অজ্ঞাত আশঙ্কাত দুয়োৰে কলিজা দুটা অস্বাভাৱিকভাৱে থপ্‌থপাবলৈ ধৰিলে।

'ই বেটাই ভাল কাম নকৰিলে। ইয়াৰ লগত থাকিলে প্ৰতি পদে পদে প্ৰাণৰ আশঙ্কা আছে। ই কিবা ধৰণৰ, মানে এক নম্বৰ অভং। চন্দ্ৰ কলিতাই কৈছে, তাৰ পামখন ৰখিলে মোক থাকিবলৈ দিব, আৰু মাটি এবিঘাও দিব। পামখন ৰখাটো ভালেই হব। এতিয়া তাৰ পুখুৰীত মাছেই মাছ,—উভৈনদী।' দেদেৰেই চন্দ্ৰটোলৈ চাই ক'লে।

বাগালে দেদেৰেৰ মনোভাব বুজিব পাৰি তৎক্ষণাৎ ওচৰৰ পৰা আঁতৰি গ'ল আৰু অলপ পিছত পুনৰ তাৰ সমুখলৈ আহি

কঁকালত হাত দুখন বাখি দৃঢ়ভাৱে ক'লে—'তোৰ সিদ্ধান্তক মই ঘৃণা কৰোঁ। অকল ময়ে নহয় সকলোৱে কৰিব, আমাৰ গাৱঁৰ সনৎ হেম্ব্ৰমে শুনিলেও তোৰ এই সিদ্ধান্তক প্ৰশ্ৰয় নিদিয়ে।'

'কিন্তু মোৰো এটা ভৱিষ্যত আছে। মই কি কৰিম ?'

'আচ্ছা (বিদ্ৰূপাত্মক)! তাৰ মানে তই বস্তিৰ মানুহক বগা দিকুহঁতে এনেদৰে অত্যাচাৰ কৰি থকাটোৱেই বিচাৰ ? দেখিবি কেৱেনে কোনোবাদিনাথন চাহাবৰ লগত যুঁজি মৰি থাকিব।'

'তাৰ কাৰণে দেদেৰে দায়ী হব নোৱাৰে।' —সি নিজকে নিজে দৃঢ়ভাৱে ক'লে। 'চন্দ্ৰ কলিতাৰ মাজু পুতেকক বৰলাটৰ মানুহে বিচাৰি আছে। শুনা যায় সি গুৱাহাটীৰ ওচৰৰ বেলতলাৰ ফালে আত্মগোপন কৰি আছে। তাৰপৰা কিটো হব ? মিছা-মিছি মাক-দেউতাকৰ দুঃচিন্তা।'

'ছিঃ তই এনেকৈয়ো ভাবিব পৰা হলি ? তোৰ নিজকে নিজে তেনেকৈ কৰলৈ ঘৃণা লগা নাইনে ?'

'ঘৃণা ? ঘৃণা লাগিবৰ কি আছে ভাই'—দেদেৰে স্পষ্টভাৱে উচ্চৈস্বৰে ক'লে। 'এইবোৰ ঘটনা নতুন নহয়, সকলোতে একেই ঘটনা। ৰিজাৰ্ভৰ কাষত কি ঘটিছে জান ? যোৱাকালি ৰিজাৰ্ভৰ কাষেৰে দাৰোগা বসুমতাৰীয়ে ম'হৰ খুটিলৈ ম'হৰ পিঠিত উঠি গৈ আছিল। তাকো গোপীনাথ দাৰোগাই ধৰি নি গছত বান্ধি চাবুকেৰে কোবাইছে।'

'কাৰণ ?'

'সি কিয় ৰিজাৰ্ভৰ কাষেৰে যাওঁতে গোপীনাথ ঘোষ অৰ্থাৎ গোপীনাথ দাৰোগাক দেখিও ম'হৰ পিঠিৰপৰা নামি চালাম নজনাব ? ক'লা মানুহৰ কি ম'হৰ পিঠিত উঠাৰ অধিকাৰ আছে ?'

'এনে অৱস্থাত তই কি হাত সাবটি বহি থাকিবি ?'

'মই অকলে কি কৰিম ?'

'এনেকৈ আমি কি সহ্য কৰিয়েই থাকিম ? বস্তিৰ চেৰপা তাঁতিৰ ঘৰত লঘোন, গচ্ছু মুণ্ডাৰ ঘৰত লঘোন। গচ্ছুক হেৰো

যিকোনো সময়তে কামৰপৰা চাটাই কৰিব পাৰে। চেৰপাই গাৱঁলৈ গৈ গোবিন্দ ডেকাৰ ঘৰৰপৰা চাৰিসাজমানৰ চাউল খুজি আনিছে।'

'চাউল দিয়া কথা যদি কেনেবাকৈ চাহাবৰ কাণত পৰে ?'

'পৰিলে কি হব ? গোবিন্দ ডেকা বাগিছাৰ কুলী নহয়। সি বাহিৰৰ মানুহ।'

'যদি গোবিন্দ ডেকাৰ পথাৰৰ ধান চাহাবৰ মানুহে কাটি লৈ যায় ? এনেকুৱা নঘটা নহয়।'

বাগানে দেদেৰেৰ ফালে চাই খুটাটোত আঁউজি ভাবিলে। ইমান দূৰলৈ সি ভবাই নাছিল। তথাপি তাৰ কোনোবাখিনিত যেন সন্দেহ থাকি গ'ল। সি সন্দেহ আঁতৰ কৰিবলৈ তাক প্ৰশ্ন কৰিলে—'কেনেকৈনো সিহঁতে ধানবোৰ কাটি নিব ?'

'একেবাৰে সহজ কথা। যোৱাবছৰ কি হৈছিল ?'

'কিনো হৈছিল মোৰ দেখোন মনতেই নাই !'

'গোপীনাথ দাৰোগাই চিপাহী লগাই—মনত নাই ? আমাৰ গাৱঁৰ দোমন মাঝিৰ ঘৰৰ পকাধানবোৰ কাটি নিয়া নাছিল ? ধানবোৰ কাটি খেতি-পথাৰৰ নৰাবোৰ জ্বলাই দিয়া নাছিল ?'

'মৌঞ্জিহাড়ামে কি কৰিছিল ?'

'আৰে ! মৌঞ্জিহাড়ামে কি কৰিব পাৰে ? মৌঞ্জিহাড়ামে দাৰোগা গোপীনাথ ঘোষক ভয় নকৰে ? তেওঁ কি চাহাবৰ লগত যুদ্ধ কৰিব ? কিহেৰে যুদ্ধ কৰিব ? ধনু-কাঁড় লৈ ? হাঁ-হাঁ-হাঁ !' —দেদেৰে ঢেক্‌ঢেকাই হাঁহিলে। খাৰ-বাৰুদ নহলে আজিকালি যুদ্ধ কৰাটো অসম্ভৱ। কৰিব পাৰি। কৰিলে আমাৰ মানুহ বেছিকৈ মৰিব। চিপাহীবোৰক তই এতিয়াও চিনি পোৱা নাই। সিহঁত একো-একোটা মস্ত লম্পট। বগা দিকুহঁতৰ গোলামী কৰা দেশী পুলিচবোৰে বাধনা পৰ্বত কি কৰা নাই ? নাচ চলি থাকোঁতে, বদমাছৰ দলটোৱে মোৰ বেটীক লৈ গৈ তিনিদিন ৰখা নাই ?

ৰাতিপুৱা তাই মৌঝিহাড়ামৰ চোতালত পৰি থকা নাছিল ? কি কৰিব পাৰিলে মৌঝিহাড়ামে ?'

'তেনেহলে কি কৰিলে উৎপাত কমিব ? কেতিয়াবা জানো চিন্তা কৰিছ ? হাবিত চিকাৰ কৰিলে বা মাছ মাৰিলে খাবলৈ পাম সঁচা কথা, কিন্তু কিমান দিন খাম ?'

'ঠিক আছে, তই-মই বাৰু সাহসেৰে ওলাই আহিলোঁ। বাগিছাৰ সকলো মজদুৰ ওলাই আহিল। মুংলি, ধৰজো, জাংফাইহঁতৰ কি হব ? তাইহঁতক জানো দাৰোগা বা চিপাহীবোৰে এনেয়ে এৰি দিব ? চালাহঁতৰ মাত্ৰ এটাই ধান্দা—'

'ইয়াৰ প্ৰতিবাদ আমি জনাব লাগিব।'

'কৰিলোৱেইবা প্ৰতিবাদ। কিন্তু প্ৰতিবাদ কিহেৰে কৰিম ? মুখেৰে ? হাতেৰে নে চিঞৰ-বাখৰ কৰি। হাতৰ মুঠিৰে প্ৰতিবাদ নচলে। চলিবই বা কেনেদৰে ? হাতখন যদি এবাৰ বন্দুকৰ ট্ৰিগাৰত ৰাখিব পৰা যায় তেতিয়াহে যুদ্ধ। বন্দুক নহ'লে যুদ্ধ কেনেকৈ ? ধনু-কাঁড়েৰে চৰাইহে মাৰিব পাৰি, আজিৰ যুদ্ধ ধনু-কাঁড়ৰ নহয়। যদি আমাৰ গাৱঁৰ কোনোবাই বন্দুক বনাব জানিলেহেঁতেন, তেনেহলে মই অজস্ৰ বন্দুক বনালোহেঁতেন আৰু এজন এজনকৈ বগা দিকুহঁতক খেদি পঠালোহেঁতেন।'— সৰু ল'ৰা এজনৰ দৰে সি আবেগিকভাৱেৰে কৈ গ'ল।

'তই এজন মস্ত সুবিধাবাদী। অনবৰত কিবা এটা ভাবি থাকিবি আৰু যেতিয়াই যিটো সুবিধা পাৱ তাকেই কৈ দিয়। কথা যেনেদৰে কোৱা হয় তেনেদৰে কাম কৰি দেখুৱাব পাৰিলেহে ভাল।'

নিদ্ৰালু চকু আৰু অৱসন্ন মনেৰে সি ক'লে—'মই বুজা নাই।'

তাৰ দৃঢ়তা তাৰ চেপা ওঁঠ দুখনত সুস্পষ্ট। কৃত্ৰিম বিব্ৰতমুখে সি ক'লে—'এতিয়াতো দুবুজিবিয়েই। প্ৰথমতে তই কলি—তই ইয়াৰপৰা যাবিগৈ। দ্বিতীয়তে কলি বন্দুকৰ কথা। ইমান অস্থিৰ কিয় ?'

সি একো নক'লে, মাত্ৰ ভৰিৰ বুঢ়া আঙুলিৰে চোতালৰ মাটি খুচৰি তলৰ ফালে অপৰাধীৰ দৰে চালে।

কেবেন আৰু নীলফুল উভতি আহিল।

তন্ময়তা ভাঙি কঁকালৰপৰা হাতখন কোঁচাই আনি দেদেৰে থতমত খাই কেবেন আৰু নীলফুললৈ নেদেখা বস্তুৰ নিচিনাকৈ চালে।

চাহগছ কাটিম বুলি গৈছিল যদিও মনতে কিবা এটা ভাবি তাৰপৰা উভতি আহিল। তাৰ বিবেকে তাকে ক'লে—সিহঁতৰ নিচিনা মানুহেই এসময়ত চাহগছবোৰ ৰুইছিল। সি এতিয়া সেইবোৰ কেনেকৈ কাটে? বৰ্বৰহঁতে তাৰ কচুবোৰ খান্দি-কুৰি নিলে বুলিয়েই যে সি চাহগছবোৰ কাটি পেলাব তাৰ কি যুক্তি আছে?

তেনেহলে সি কি কৰা উচিত? চাহাবৰ ঘৰটো জ্বলাই দিব নেকি?

'চাহগছবোৰ কাটি দিয়া আৰু ঘৰ জ্বলাই দিয়া একেই কথা।'—নীলফুলে প্ৰতিবাদ কৰি ক'লে।

এটা স্থিৰ সিদ্ধান্তত উপনীত হোৱাৰ দৰে কেবেনেও মনে মনে ভাবিলে—দেশৰ মাটিৰপৰা খেদি পঠিওৱাই একমাত্ৰ মুক্তিৰ পথ। সমস্যা হৈছে, খেদি পঠোৱাৰ উপায় কি? গুলীৰ উত্তৰ গুলীৰেহে দিব লাগিব। তেজ দিলেহে তেজ। তেজৰ মৃত্যু নাই।

এটা অস্বস্তিকৰ নীৰৱতা। চাৰিওজনৰে মনত অলেখ চিন্তাৰ ঢৌ। জোনাকত নীলফুলৰ ৰূপৰ নাকফুলটো জিলিকিছে।

কপ্নিৰ গাঁঠিটো টানকৈ মাৰি সি বলিয়াৰ দৰে চিঞৰি উঠিল। বাগাল, দেদেৰে আৰু নীলফুলে তালৈ চালে। সি যেন হঠাৎ কিবা এক দুঃসংবাদ কঢ়িয়াই আনিছে।

'বৃটিছ গলেও আমি সদায় পৰাধীন। আমি গোলামী কৰিবই লাগিব। বগা চাহাববোৰ গলেও খাটি দেশী ক'লা চাহাববোৰ থাকি যাবই।'

বাগালে তাৰ ফালে চালে।

সি আৰু একো নকৈ দাখন আগৰ ঠাইত নথৈ বাৰাণ্ডাৰ এচুকলৈ দলিয়াই দিলে। এটা শব্দ হ'ল—ঠং।

'কি হ'ল অ' ?' দেদেৰে সুধিলে।

কেবেনে মনোবেদনা অনুভৱ কৰিলে। এক দুৰ্গম, দুৰ্ভেদ্য ঠাইলৈ গুচি যোৱাৰ তাৰ ইচ্ছা হ'ল।

জোনাক পৰি থকা বাঁহৰ চাংখনত বহি থাকিল কেবেন। বিমূঢ় হৈ সিহঁতে তালৈ চালে। সিও সিহঁতলৈ চালে। এই মুহূৰ্ততে সিহঁতে গৈ বিচনাত শুই থকাটোৱেই সি বিচাৰে।

সিহঁত শুবলৈ নগ'ল আৰু বাঁহৰ চাংখনৰ এমূৰে বহিল।

'আমাৰ মানুহেই আমাৰ শত্ৰু',—পৰিবেশটো সহজ কৰিবলৈ দেদেৰে বাগালক ক'লে।

'কোন আমাৰ শত্ৰু ?'

'বৰবাবু অভিমন্যু চট্টোপাধ্যায়। চিবু হাজদা। কালিয়া মুণ্ডা। জগমোহন তাঁতী—। খাকী হাফ্‌পেণ্ট, হাতথৰা খাকী চোলা পিন্ধি চব চাহাব বনি গৈছে। মাইকী মহৰী দেবাশীষ সেনগুপ্তবাবুৰ দিনক দিনে বাজে ধান্দা বাঢ়ি গৈছে। ফুলকলিক বিয়া কৰাব বুলি লোভ দেখুৱাইছে। কিন্তু দেবাশীষ সেনগুপ্ত-বাবুৰ এটাই ধান্দা—'

'দেবাশীষ বাবুৰ কথা বাদ দে। দেশীয়ে পৰদেশীৰ লগত সনা-পোতকা কৰিছে কাৰণে কেম্বেল চাহাবে সিহঁতক চমজদাৰ পাতি লৈছে। চিবু হাজদা এসময়ত লাইনৰ মজদুৰ আছিল। চাহাবে ফটা-পুৰণি লংপেণ্ট এটা তাক পিন্ধিবলৈ দিলে। লংপেণ্ট পিন্ধি এতিয়া দ্বিতীয় ক'লা কেম্বেল চাহাব বনি গৈ চলন-ফুৰণ পৰ্য্যন্ত বদলিছে।'

'আৰে ভাই, গধূলি যেতিয়া সি বাগিছাৰ গেটৰ সমুখৰ লেম্প জ্বলাবলৈ কান্ধত জখলাডালৰ সৈতে কেৰাচিন তেলৰ বটল আৰু

ফটাকানি লৈ আছে তেতিয়া তাক চাবি—সেই লংপেণ্টটো পিন্ধি আছে।'

'পিন্ধিবই, সি চাহাবৰ মানুহ চাহাব। কাল্লা চাহাব।' দেদেৰে ক'লে।

এনেতে বাহিৰত কিছুমান অস্পষ্ট কথা-বতৰা শুনা গ'ল।

নীলফুলক ঘৰৰ ভিতৰলৈ যাবলৈ ইঙ্গিত দিয়াত চাঁত কৰে তাৰপৰা লৰি আহি আন্ধাৰৰ মাজতে খেপিয়াই খেপিয়াই ধানখেৰৰ বিচনাখনত তাই বহিল।

নীলফুল ভিতৰত সোমোৱাত দেদেৰে আৰু বাগালেও ভয়তে ভিতৰত সোমাল আৰু কেবেনক উদ্দেশ্য কৰি ফুচফুচাই ক'লে—'ঐ কেবেন, ভিতৰলৈ সোমাই আহ।'

কেবেন স্তব্ধ হৈ গ'ল কিছুসময়। অলপ অসন্তুষ্টভাৱে ব্যঙ্গোক্তি কৰি ক'লে—'কাপুৰুষহঁত তহঁত চব শিয়ালৰ বংশধৰ। শুই থাক, শুই থাক।'

সিহঁতৰ কলিজা আন্ধাৰত ধপ্‌ধপাবলৈ ধৰিলে।

এই গভীৰ ৰাতি ৰহস্যময়ভাৱে টিলাটোলৈ কোনোবা উঠি আহিছে। কথা-বতৰাৰ অস্পষ্ট শব্দ। মাজে মাজে কথা-বতৰা বন্ধ হৈ পুনৰ নীৰৱতা।

নীৰৱতা ভঙ্গ কৰি ইচ্ছাকৃতভাৱে কেবেনে ঘৰৰ ভিতৰলৈ সোমাই যোৱা ভীত আৰু সঙ্কুচিত দেদেৰে আৰু বাগালক উদ্দেশ্য কৰি খেক্ খেক্ কৰি হাঁহিলে। 'হাঁ-হাঁ-হাঁ—চব গাঁতৰ ভিতৰত সোমাইছে; ওলাই আহিবলৈ সাহস নাই।'

'এনেকৈ এই ৰাতিখন কোনে হাঁহিছে'—কেবেনক বিচাৰি অহা মানুহকেইজনে আলোচনা কৰিলে।

এইমাত্ৰ আহি চোতালত থিয় হোৱা মানুহকেইজন ভয় খোৱাৰ দৰে হ'ল। কোনোৱে এখোজো লৰচৰ নকৰিলে।

নিঃশব্দে বহি থাকিল কেবেন।

অস্বস্তিকৰ নীৰৱতাত ভয় খাই মানুহকেইজনৰ এজনে চিঞৰিলে —'ঐ কেবেন ভাই !'

নীৰৱতা ভঙ্গ কৰি কৰি, চকু মোহাৰি মোহাৰি গল্‌গলীয়া মাতেৰে ক'লে—'মই দেখোন এই বাঁহৰ চাংখনতে বহি আছোঁ। তহঁতে দেখা নাই ?'

ৰাভা গাৱঁৰপৰা অহা মানুহকেইজনে এইবাৰ বেছি ভয় খোৱাৰ দৰে উচপ খাই কেইবাখোজো পিছুৱাই গ'ল ।

সি বাঁহৰ চাংখনৰপৰা উঠিল আৰু সিহঁতৰ ওচৰলৈ আহিল।

হঠাৎ কুণ্ঠিতভাৱে সিহঁত বৈ গ'ল। 'আৰে কেবেনভাই, তই শোৱাই নাই এতিয়াও ? তাৰ মানে অলপ আগতে তয়েই ঢেক্‌ঢেকাই হাঁহি আছিলি ?'

'ভয় খাইছিলি নেকি ? ও সেই কাৰণেই হবলা এঠাইত বৈ আছিলি ?'

'ভয় খোৱা নাই। কোনে কৈছে তোক ভয় খোৱা বুলি? তই এতিয়াও শোৱা নাই বাবেহে অলপ চিন্তিত হৈছোঁ।'

এইমাত্র সাৰ পাই উঠা মানুহৰ দৰে চকু দুটা মোহাৰি অলস আৰু নিৰ্বীৰ্য্য ভঙ্গীৰে সি থিয় হ'ল আৰু হুমুনিয়াহ কাঢ়ি দূৰলৈ দেখুৱাই দিলে—সেই ঠাইখিনিত কমেও পাঁচশডাল ভুৰাকচু আছিল। বদমাছৰ হাদ্দিহঁতে চৰ উঘালি নিছে।'

'কোনে ?'

'এই বদমাছৰ হাদ্দি, বগাচাহাবৰ 'চামচা' ক'লা চাহাববোৰে।'

'আচ্ছা, বৰ্বৰহঁতৰ মানুহে তাৰমানে তোক ইয়াতো শান্তিত থাকিবলৈ দিয়া নাই।'

'পিছে তহঁত এই ৰাতি কিয় ? জমিদাৰৰ লগত নিশ্চয় কিবা এটা হৈছে—'

'ঐ, জমিদাৰক তই আঁৰিমাছৰ মঙহ খুৱাই খুৱাই আমাক মাৰিবলৈ তাৰ শক্তি বঢ়াইহে দিলি'—ভাঠ্‌লি ৰাভাই ক'লে ।

'ঐ, আমি এটা বেলেগ কামৰ বাবেহে তোৰ তালৈ আহিছোঁ। তই সহায় কৰিলে হব ঐ।'

'কেনেকুৱা ?' কেবেনে এক দ্ৰুত দৃষ্টি বিনিময় কৰিলে।

'আমাৰ গাৱঁত মিশ্যনেৰী এজন আহিছে। তাত সি এখন ইংৰাজী শিক্ষাৰ স্কুল পাতিব খুজিছে। তাৰ উদ্দেশ্য দুটা। এক নম্বৰ হৈছে ধৰ্ম প্ৰচাৰ, দুই নম্বৰ হৈছে ইংৰাজী শিক্ষা। মানে গোজেই গছ হব বিচাৰিছে।'

'কিন্তু অসুবিধাটো কি ?' নিৰ্বিকাৰভাৱে কেবেনে সুধিলে। স্কুল পাতিব খুজিছে ভাল কথা। তহঁতৰেই সুবিধা হব। তহঁতৰ ল'ৰা-ছোৱালী জানো শিক্ষিত হব নালাগে ? আমাৰ মজদুৰৰ ল'ৰা-ছোৱালী জানো শিক্ষিত হব নালাগে ?'

'নিশ্চয় লাগে, নালাগে বুলি কোনে কৈছে ? কিন্তু মই ইংৰাজী স্কুলৰ বিৰোধিতা কৰোঁ। ইয়ে আমাৰ ভাষাটোক অতি দুৰ্বল কৰি তুলিব।'

ভাঠ্‌লি ৰাভাৰ লগত অহা শঙ্খ ৰাজবংশী, লটিচ বড়োৱে কেবেনৰ ফালে চালে।

'দেখিবি, ইংৰাজী এদিন ধনী শ্ৰেণীৰ ভাষা হব আৰু তেতিয়াই ই অৰ্থনৈতিক শোষণৰ মূল অস্ত্ৰ হিচাপে ব্যৱহাৰ হব। দুটা শ্ৰেণীৰ সৃষ্টি হোৱাত ই সহায় কৰিব। এটা দুখীয়া শ্ৰেণী আনটো ধনী শ্ৰেণী। ধনীৰ ল'ৰা-ছোৱালীয়ে মিশ্যনেৰীৰ দামী ইংৰাজী স্কুলত পঢ়া বুলি নিজকে নিজে গৰ্ব অনুভৱ কৰিব আৰু সিহঁতে দুখীয়া ল'ৰা-ছোৱালীৰ গাত থুই পেলাব। কলিকতাত এতিয়া কি হৈছে ? মিশ্যনেৰীৰ স্কুলবোৰত কেইজন দুখীয়াৰ ল'ৰা-ছোৱালীয়ে পঢ়িছে !'

নতুন এটা আৱিষ্কাৰৰ আনন্দপ্ৰবাহ কেবেনৰ মনৰ মাজেৰে বৈ গ'ল। ভাঠ্‌লি ৰাভাৰ দূৰদৰ্শী মনটোক সি মনে মনে বাঃ বাঃ দিলে। তাৰ গুৱাহাটীত লগ পোৱা সহপাঠী ভবানন্দ ডেকাৰৈ

মনত পৰিল। ভবানন্দই থার্ড ইয়েৰত পঢ়োঁতেই এই কথা কৈছিল। দ্বন্দ্ববাদৰ কথা কওঁতে তাকো কৈছিল। সি ভাঠ্‌লি ৰাভাৰ ব্যগ্র আনন্দিত মুখলৈ চাই ক'লে—

'মিশ্যনেৰীয়ে তাৰ ব্যক্তিগত উদ্দেশ্যত আজি হয়তো বিনা পইচাই পঢ়ুৱাব। সিহঁতৰ উদ্দেশ্য জোৰ-জুলুমকৈ ভুৱা কথা কৈ খৃষ্টান ধৰ্মত দীক্ষিত কৰা আৰু আনটো হৈছে ইংৰাজী শিক্ষাৰ সম্প্ৰসাৰণ, কিন্তু এনে এটা দিন্ আহিব, তেতিয়া তাত মাচুল লগাব। লাহে লাহে মাচুলৰ পৰিমাণ বাঢ়ি যাব। এইয়া হৈছে মিশ্যনেৰীয়ে কৰা শোষণ। ভাৰতীয় শোষণকাৰীসকলে যাতে তাত কুলী বনুৱাৰ ল'ৰা-ছোৱালীয়ে শিক্ষা লব নোৱাৰে সেই উদ্দেশ্যে আমি দহদিন শ্ৰম কৰিও যি পইচা আৰ্জিব নোৱাৰোঁ তেনে মাচুল এটা বান্ধি দিব। কুলী, জমিদাৰ আৰু মৌজাদাৰ প্ৰভুগোষ্ঠীৰ ল'ৰা-ছোৱালীয়ে যাতে এটা সমান্তৰাল জীৱন যাপন কৰিব নোৱাৰে তাৰ উদ্দেশ্য অপৈণত বয়সতে এই বীজ কই দিয়া হব। যিসকলে সল্‌সলীয়াকৈ ইংৰাজী কব পাৰে তেওঁলোকক অগ্ৰাধিকাৰ দিয়া হব। আজি যেনেকৈ অগ্ৰাধিকাৰ দিছে তেনেদৰে বৃটিছ গুচি গলেও এই প্ৰথা বেছ জোৰকৈহে চলিব। ইংৰাজে আমাৰ মনৰ তলাটোৰ চাবিপাট বিচাৰি পাইছে। তলাটো খুলিবলৈ সেইকাৰণে সিহঁতৰ বেছি পৰ নালাগিল।

'সেইয়া অৱশ্যে সঁচা'—কেবেনে ভাঠ্‌লিৰ মন্তব্য অগ্ৰাহ্য নকৰি ক'লে। 'ৰাজ্য জয় কৰাই বৃটিছৰ একমাত্ৰ উদ্দেশ্য নহয়। যুগ যুগ ধৰি যাতে আমাক গোলাম কৰি ৰাখিব পাৰে তাৰেই জল্পনা-কল্পনা! আজি যদি এইমাত্ৰকে চাহাববোৰ ইয়াৰপৰা গুচি যায়, তথাপি ভাৰতবৰ্ষত বৃটিছ সাম্ৰাজ্যৰ বেলি মাৰ নাযায়। আমাক যি গোলামী শিক্ষা দি যাব, সি কেতিয়াও মুটুটে।'

জাতীয়তাবোধেৰে গৰ্বিত হৈ উঠিল ভাঠ্‌লি ৰাভা। অতি বেছি আবেগিকভাৱে নাটকৰ পাঠ মুখস্থ কৰাৰ দৰে হাতৰ মুঠি

টান কৰি কৰলৈ ধৰিলে—'অথচ, ভাৰতবৰ্ষ যেতিয়া সভ্যতাৰ উচ্চশিখৰত, বৃটেইন তেতিয়া অসভ্য বৰ্বৰৰ দেশ। সিহঁত যাযাবৰ, অঘৰী। শিলেৰে নিৰ্মিত অস্ত্ৰেৰে বনৰীয়া জন্তুৰ কেঁচা মঙহ খাই প্ৰাণ ধাৰণ কৰিছিল। পিছত যেতিয়া এঙ্গল, ছেক্সন, জুট, গ'ল, নৰ্মান, ৰোমানসকলে বৃটেইন জয় কৰি ৰাজত্ব কৰিলে তেতিয়াই ইবোৰৰ সংস্পৰ্শত বৃটেইনসকলে সভ্যতাৰ পোহৰ পালে।'

কেবেনে অলপ অস্বস্তি বোধ কৰিলেও তাক প্ৰকাশ নকৰি ভাঠ্‌লিক সুধিলে—'তই আচলতে কি কৰ বিচাৰিছ? এনেকৈ থাকি লাভ নাই। তাৰ প্ৰতিবাদ কৰিব পাৰিলেহে—'

'ঐ, সেই কাৰণেইতো তোৰ তালৈ আহিছোঁ। মই শঙ্খ আৰু লটিচ তিনিও চিন্তাত পৰিছোঁ। আমি কি কৰা উচিত?'

'তথাপি, কিবা এটা চিন্তা কৰিছ নিশ্চয়!'

'অৱশ্যে কৰিছোঁ।'

'ঐ, আমি তুথন স্কুল পাতিম। বৰ্তমান এম. ই. লৈকে হব। এখন আমাৰ গাৱঁত, আনখন ৰাজবংশীহঁতৰ গাৱঁত।

'উত্তম সিদ্ধান্ত'—কেবেনে চিঞৰি উঠিল।

ভাঠ্‌লিৰ বিষণ্ন মনৰ জটিলতা কমি গ'ল।

'কিন্তু স্কুল খুলিলে পঢ়ুৱাব কোনে? মই এখন স্কুলত পঢ়ুৱালোঁ। বাকীখনত কোনে পঢ়ুৱাব?'—ভাঠ্‌লিয়ে কেবেনলৈ চালে।

'সেইটোৱেই একমাত্ৰ সমস্যানে? নে অন্য সমস্যাও আছে?'

'সম্ভৱতে নাই। গাৱঁৰ মানুহে আমাক শলাগিছে। ডিগ্ৰী এটা লৈছিলো যেতিয়া কামত লাগিলে মোৰো ভাল আছিল।'

'মানুহে খেৰ, বাঁহ, ইকৰা আদি দিম বুলি কৈছে। এজনে ঘৰৰ সমুখৰ ডাঙৰ শালগছ চাৰিডাল দিম বুলি কথা দিছে। তাৰে ভাল খুটা হব।'—লটিচ বৰ্ড়োৱে আগ্ৰহৰে ক'লে।

'মই কথা এটা ভাবিছোঁ কেবেন। তই বা আকৌ কি কৱ? অলপ যদি সহায় কৰ আমাৰ আনখন স্কুলো দুমাহৰ ভিতৰতে

আৰম্ভ কৰিম। লটিচ আৰু শঙ্খই এম. ভি. পাছ কৰিছেই। সিহঁতে পাঠশালাৰ ল'ৰা-ছোৱালীক পঢ়ুৱাব আৰু বাকীখিনি তই মই পঢ়ুৱাম।'

'খুব ভাল কথা। তেতিয়াহলে মই ইয়াৰপৰা যাব পাৰোঁ। ইয়াত কোনো নিৰাপত্তা নাই।'

'তই কেইদিনমান ৰব লাগিব। স্কুল ঘৰ বান্ধোতে কিছুদিন সময় লাগিব। তোক আমি চাউল-পাতখিনি যোগাৰ কৰি দিম আৰু স্কুলঘৰৰ পাছফালে সৰু চাই ঘৰ এটা সাজি দিম। হয়তো তাতে বৰ্ডিং হবও পাৰে। নহলে ইমান বেয়া আলি-পদূলিৰ মাজেৰে ল'ৰাই কেনেকৈ ইয়ালৈ আহি পঢ়িব? বৰ্ডিং থাকিলে ল'ৰাই সপ্তাহে সপ্তাহে ঘৰলৈ গৈ বছদ-পাতি লৈ আহিব আৰু সপ্তাহটোৰ বাকীকেইদিন চলিব।'

কেবেনে আগ্ৰহ প্ৰকাশ কৰি ক'লে—'বঢ়িয়া হব।'

'বিনা পইচাই মাষ্টৰী কৰিব লাগিব কিন্তু'—লটিচ বড়োৱে হাঁহি হাঁহি ক'লে।

'তহঁতক জানো মই পইচাৰ কথা কৈছোঁ?'

বতাহত ফুলৰ গোন্ধ ভাঁহি আহিল। কৃষ্ণ-নীল ৰাতিৰ জোনাক গছৰ পাতত, ফুলৰ পাহিত ধৰা দিছে।

জোনাকত দূৰৈৰ অস্পষ্ট মুকলি প্ৰান্তৰলৈ চাই ভাঠ্‌লি ৰাভাই কেবেনক ক'লে—'ঐ আমি যাওঁগৈ এতিয়া।'

'মই নিজেই ভাবিছিলো তহঁতৰ গাৱঁলৈ গৈ এখন স্কুল পাতিম। মোৰ ইয়াত থাকি একেবাৰে ভাল লগা নাই। অফিচ-কাছাৰীত চাকৰি এটা বিচাৰিলে হয়তো পাম। কিন্তু তেনে কাম কৰাৰ ইচ্ছা মোৰ নাই।' কেবেনে বিষণ্ণ মনেৰে ক'লে।

'মইতো চাকৰি নকৰোঁৱেই। স্কুল পতাৰ ইচ্ছা মোৰ সৰু কালৰে। এতিয়া তই সহযোগ কৰিলে হয়তো হব।'

বুজনি দিয়াৰ দৰে কেবেনে সিহঁতক ক'লে,—'ধৈৰ্য্য ধৰিব লাগিব। ধৈৰ্য্যই কলাফলত সহায় কৰে।'

## চাৰি

দোকমোকালিতেই সনন্তই প্ৰথমে দেখিলে নিম্নদেহ উলঙ্গ মুংলিৰ মৰাশটো। তুৰ্ ত্তহঁতে তাইৰ মৰাশটো ৰাতিয়েই আনি লাইনত পেলাই থৈ গৈছে। গাত থকা কাপোৰখন উলঙ্গ হৈ থকা অংশত ঢাকি দি মুংলিৰ আপ্লাক জনালে। আয়ুৰে কথাৰ উমান পাই দৌৰি আহিল।

নিৰ্দয় অত্যাচাৰত আজীৱন অপমানিত, লাঞ্ছিত মাণিক হাজদা জ্বলি উঠিল জীয়েকৰ এনে শোকাবহ মৃত্যুত। এনে পাশৱিক অত্যাচাৰ কোনে কৰিব পাৰে ?—সনন্তই ভাবিলে।

সি অনুভৱ কৰিলে সিহঁতৰ ওপৰত দিনে দিনে অমানুষিক নৃশংসতাৰ পৰিমাণ বাঢ়িহে যাব লাগিছে। অত্যাচাৰ কমক চাৰি চূড়ান্ত পাশৱিকতাৰ নিত্য-নতুন উপায় উদ্ভাৱন হবহে লাগিছে।

বনুৱাবোৰে মৌঝিহাড়ামৰ চোতালত থকা কাঠৰ স্তম্ভটোত আহি সেৱা জনালে আৰু আঁহত গছজোপাৰ তলৰ ওখ মুকলি পথাৰখনত গোট খালে।

কামলৈ কোনো নগ'ল। প্ৰকাণ্ড প্ৰকাণ্ড পাতঘৰকেইটা, দৈত্যকায় আকাৰৰ গুদামঘৰবোৰ জনশূন্য হৈ থাকিল। চিবুৰ হৃদয় আতঙ্কগ্ৰস্ত হ'ল। বৰবাবুৰ কলিজাটো ধপ্ ধপাই থাকিল। মহৰী বিপিন ঘোষে প্ৰমাদ গণিলে। মুংলিয়ে চিবুক বাৰম্বাৰ কৈছিল—'তুইতো জানিচ ভাই, আমি বাগালৰ সাথ যাবেক, ঐ আমাকে প্ৰেম দিছে, আৰ আমি ওকে সাদী কৰবে।' চিবুৱে তাইৰ অনুনয়-বিনয়লৈ বাট নাচাই আন্ধাৰত মুখত কাপোৰ বান্ধি বৰবাবুৰ আদেশত আন্ধাৰ পাতঘৰটোলৈ লৈ আহিল।

মুংলিয়ে সিহঁতক সাৱধান কৰি দিছিল—'এইচব গুণ্ডামি কৰতে লাগলিচতো, তুইলোগে মোৰ খাৰাব কৰিলিতো, দেখবি আমি

ভী মুংলি। হাৰামজাদা চিবু, কুলী হৈ কুলীৰ সাথ লড়াই কৰে। দেখবি, ঠাকুৰ তোক ক্ষমা নাই কৰিবেক ৰে—'

'তাৰ মানে তুই এইচব বিল্লা কৰতে চাইছ ?'

'হ্যা !'—মুংলিয়ে দ্বিধাহীনভাৱে ক'লে

'আচ্ছা !'—চিবুৱে তাচ্ছিল্যৰ হাঁহি মাৰি থাকোঁতে অভিমন্যু চট্টোপাধ্যায়ে তাইৰ ডিঙি চেপি ধৰিলে। মহৰী বিপিন ঘোষে কলঘৰৰপৰা ওলাই ভয়তে পলাই ফাট্ মাৰি লাইনৰ মাজে মাজে দৌৰিবলৈ ধৰিলে।

মৌঞ্চিহাড়ামে শালগছৰ পাতত ধঁপাতৰ পাত এটা মেৰিয়াই মুখত দি জ্বলাব ধৰোঁতেই বন্ধুৱাবোৰ আহি চোতালত থিয় হোৱাত চিন্তিত হৈ ধঁপাত নজ্বলালে।

হালমৌঞ্চিক[১৯] সমুখত দেখিয়েই তেওঁ সুধিলে—'কি হ'ল ৰে ?'

হালমৌঞ্চিয়ে বিবৰি ক'লে। বাকীবোৰ মাঝিস্থানলৈ গুচি গ'ল আৰু তাতে আঁহত গছজোপাৰ তলত ৰহিল।

মৰাশটো পুলিচে পৰীক্ষা কৰিলে। বৰবাবু অভিমন্যু চট্টোপাধ্যায়ে পুলিচ ইন্সপেক্টৰজনক একাষৰীয়াকৈ মাতি লৈ গ'ল আৰু মেনেজাৰ কেপ্তেইন কেম্প্‌বেলে যে তেওঁক পঠিয়াই দিছে তাকো ক'লে। বহুসময় দুয়োৰে মাজত তৰ্ক-বিতৰ্ক চলিল। কি তৰ্ক চলিল কিন্তু কোনোৱে নাজানিলে। হঠাৎ অভিমন্যু চট্টোপাধ্যায় আৰু পুলিচ বিষয়াজনৰ মাজত কৰমৰ্দন হ'ল আৰু চাৰিশ টকাৰ খাম এটা কোনোৱে নজনাকৈ হাতত গুজি দি বৰবাবু গুচি গ'ল।

পুলিচ বিষয়াজনে ক'লে—'কি চাই আছ তহঁতে ? কোনোৱে মুংলিক হত্যা কৰা নাই। কেতিয়াবাৰপৰাই তাইৰ মেলেৰীয়া হৈ আছিল। যোৱা কালি তাই কামলৈ আহোঁতে ক'ৰবাত

১৯ হালমৌঞ্চি—সম্পাদক। হালমৌঞ্চিয়ে বিশেষকৈ সভা-সমিতি আদি পাতিব লাগিলে মৌঞ্চিহাড়ামৰ নিৰ্দেশমতে বাইজক মাতে।

চাৰাপ খাই পৰি আছিল। ৰাতি জ্বৰ উঠিল আৰু জ্বৰৰ কাৰণেই তাইৰ মৃত্যু ঘটিছে—'

'ঐটা কি ৰকম হবেক পুলিচবাবু ? এইৰকম নাই মানবেক ৰে। মুংলি আমাৰ বেটী, আমাকে আমাৰ বেটীৰ উচিত বিচাৰ লাগে। কুলী কি মানুষ নাই আছে ? কুলী কি লড়াই নাই কৰিবেক ? আপ্‌নি ভি মানুষ আছে আমি ভি মানুষ আছে। খালি কুলীৰ চামৰা কালা আউৰ আপনাৰ চামৰা চাদা আছে।'

'সোনকালে ইয়াৰপৰা মৰাশ লৈ যা আৰু সংকাৰ কৰগৈ।' পুলিচ বিষয়াজনে আদেশৰ সুৰত ক'লে।

মাণিক হাজদাই একো নক'লে আৰু হুক্‌হুকাই কান্দি পেলালে।

মৌঞ্চিহাড়ামে মাঝিস্থানলৈ আহিয়েই বনুৱাবোৰৰ মুখৰ অবয়বৰপৰাই বুজিলে লাইনত কিবা এটা দুৰ্ঘটনা ঘটিছে।

কেবেন, দেদেৰে আৰু বাগালেও মাঝিস্থানত উপস্থিত হ'ল। কেবেনক লাইনত নোসোমাবলৈ আদেশ দিয়া সত্ত্বেও সোমাল। সি তাৰ গাৰ কাপোৰখনেৰে মূৰ আৰু গা ঢাকি লৈ অত্মগোপন কৰাৰ চেষ্টা কৰিলে।

'মুংলিকে কোই লোগে মাৰিছে, কি তাই অপনা-অপন আত্মহত্যা কৰিছে ?'—মৌঞ্চিহাড়ামে সুধিলে।

'সিহঁতে তাইক হত্যা কৰিছে। কিন্তু হত্যাৰ চিন ক'তো নাই। বোধহয় ডিঙি চেপি তাইক মাৰিছে। এইটো কাম নিশ্চয় চিবুৰেই হব। চিবুৰে বহুদিনৰপৰাই মুংলিক অসৎ আচৰণ কৰি আহিছে।'

'এই কাম বৰবাবুৰ—'

'নাইৰে, এই কাম বৰবাবুৰ নাই আছে। এই কাম মহৰী বাবুৰ—'

'মাইকী মহৰী এইৰকম খৎচৰ নাই আছে—'

'তুই কি ৰকম জানিচ ? ঐ ভোলে-ভালে আদ্‌মি আছে।'

'ভোলে ভালে আছে ? কি কহিছ যে ? ঐ চালা বদমাছৰ হাদ্দি। চালা ৰোজ মাইকীৰ ধান্দা কৰে—'

'চালা চুৰৰৰ বাচ্ছা, মাইকী মহৰী বিপিন ঘোষ। আমি কি তাকে নাই জানিচ ! চব হাৰামজাদা পানীত পাদা—'

'চুপ'—মৌঞ্চিহাড়ামে গৰজি উঠিল।

মৌঞ্চিহাড়ামে খণ্ডত একো কব নোৱাৰা হৈ পৰিল। শৰীৰৰ তেজবোৰ আহি মূৰ পালে। ইমানদিনে তেওঁৰ অন্তৰত উমি উমি জ্বলি থকা প্ৰতিহিংসাৰ দাবানল মনৰ কোনোবাখিনিত যেন দপ্‌দপকৈ জ্বলি উঠিল। তেওঁ যেন এই মাত্ৰকে ধনুকাৰ লৈ আহিব।

তাই বুদৰেক সকলো কথা কৈছিল—সনন্তই কেবেনৰ আগত ফুচ্‌ফুচাই ক'লে। মুংলিয়ে আৰু বাগালক মুখ নেদেখুৱায়। আৰু কি কৈছিল জান ? তাই হেনো আগতেই অসতী হৈ গৈছে। চিবুৱে তাইক হেনো কেবাদিনো হাতত ধৰিছে। সেয়ে তাই যি কোনো সময়তেই অত্মহত্যা কৰিব পাৰে। শেষত মুংলিয়ে তাকেই কৰিলে।

'আপুনি ধৈৰ্য্য ধৰিবই লাগিব'—কেবেনে মৌঞ্চিহাড়ামৰ ওচৰত বহি ক'লে। 'আজিয়েই আমি একো কৰিব নোৱাৰোঁ। পুলিচৰ হাতত বন্দুক আছে, চাহাবৰ হাতত পিস্তল আছে। পুলিচবোৰো চাহাবৰ কথামতেই চলে। পুলিচ চাহাবৰেই মানুহ। তাতে কেম্প্‌বেল আগতে ৰেজিমেণ্টৰ মানুহ আছিল। ধনুকাঁড়তকৈ বন্দুকে বেছি কাম কৰিব পাৰে।'

মুংলিৰ সৰ্বশৰীৰত কেঁচা সৰিয়হৰ তেল ঘঁহাই নতুন কাপোৰ পিন্ধালে। তিৰোতাবোৰে কান্দিলে আৰু কান্দি কান্দি সেন্দূৰ আনি তেলেৰে মিহলাই মুখৰপৰা ভৰিৰ আঙুলিলৈকে ঘঁহিলে, তাৰ পিছত সাঙীত তুলি বাটেৰে যাবলৈ ধৰিলে।

মৌঞ্চিহাড়ামে বটগছৰ ছাঁত থকা শিলটোত বহিল। তাৰ ওচৰতে যোগমাঞ্চি পাৰানিক আৰু হালমৌঞ্চিও বহিল। মানুহ-

বোৰৰ মুখলৈ চালে যদিও একো কব নোৱাৰিলে, কি হ'ব একো স্থিৰ কৰিব নোৱাৰা হৈছে।

বহি থকা বন্ধুৱাবোৰৰ কোনো এজনে 'টু' শব্দ এটা নকৰিলে। ইজনে সিজনৰ ফালে চালে।

মৰাশটো কঢ়িয়াই অনা বন্ধুৱাকেইজনক দেখি মৌঞ্চিহাড়াম বহাৰপৰা উঠিল। সিফালে মুংলিৰ শটো শৱস্থানলৈ লৈ আহোঁতে মুংলিৰ আয়ুৱে পদূলিত মূৰ আফলিয়াই কান্দিলে। তাইৰ পৱিত্ৰতাত যিয়ে কলঙ্ক সানিলে সেই বংশ উচ্ছন্ন হৈ যাবলৈ ঠাকুৰক খাটিলে আৰু শাওপাত দি বহু সময় চকুলো টুকি টুকি তাতে বহি থাকিল। চিং বংগাৰ নাম লৈ সূৰ্য্যলৈ চালে, মনে মনে মুংলিৰ প্ৰেতাত্মাই তাইৰ এনে সৰ্বনাশ কৰা মানুহবোৰক এৰি নিদিবলৈ খাটিলে।

শৱটো কঢ়িয়াই অনা মানুহবোৰে সংকাৰ কৰা ঠাইলৈ গৈ আছিল যদিও সিহঁতে মাঝিস্থানত[২০] কিছুসময় ৰৈছিল। মৌঞ্চি-হাড়ামে গন্তব্য স্থানলৈ যাবলৈ কোৱাত সিহঁত গ'লগৈ। বাকী বন্ধুৱাবোৰেও মৌনভাৱে মৰাশটোৰ পাছে পাছে গৈ থাকিল।

কেবেন, বাগাল আৰু দেদেৰে অলপ আঁতৰৰ জোপোহা এটাৰ আঁৰত বহি থাকিল।

বাগালৰ চকু দুটা সেমেকি উঠিল।

দেদেৰে তাক সঁকিয়াই দিলে,—'এতিয়া দুখৰ সময় নহয়।'

তাৰ বহু কথা মনলৈ আহিল। যোৱা বছৰ বাঁধনা পৰ্বৰ ঝুমুৰ নাচ চলি থকা অৱস্থাত বেছিভাগ বন্ধুৱাই যেতিয়া হাড়িয়া খাই পৰি আছিল, কোনোৱে নজনাকৈ মুংলি আৰু সি ঘৰৰ পাছফালেদি আহি আহি কঁহুৱা বনৰ মাজত যে বহু ৰাতিলৈ ভেনেদৰেই আছিল! বুদৰে কথাটো বাপেকক জনালে,।

২০ মাঝিস্থান—য'ত চাওঁতালসকলৰ সভা-সমিতি বহে।

ভেতিয়া জোৰ এটা লৈ এইফালে বিচাৰি আহোঁতে ভাই যে লাহেকৈ উঠি টিলাটোৰ কাষেৰে আহি ঘৰত শুই আছিল !

'ধেৎ তেৰি, সেইচব চিন্তা কৰি লাভ নাই অ' ? মুংলিৰ কথা বাদ দে, এতিয়া তাৰ প্ৰতিবাদ কেনেদৰে কৰা হয় তাকেহে চিন্তা কৰ'—কেৰেনে বুজনি দিয়াৰ চেষ্টা কৰিলে।

আলিৰ মোৰ পোৱাৰ সময়ত মানুহবোৰে ৰাস্তাৰ চাৰিওফালে কেইমুঠিমান চাউল ছটিয়াই দিলে। তাৰ পিছত কপাহৰ গুটি ছটিয়াই ছটিয়াই তাতে কিছু সময় অপেক্ষা কৰিলে। শেষত শ্মশান পালেগৈ।

চিবু হাজদাই দলৰ মাজৰপৰা ওলাই এটা সময়ত ৰবৰাবুক মজদুৰবোৰে কাম বন্ধ কৰাৰ খবৰ দিলে। তাৰোপৰি সিহঁতে কাম কৰাৰ আজিৰ একমাত্ৰ কাৰণ যে মুংলি তাকো বুজাই ক'লে। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত যে চিবুয়ে ভয় খাইছে তাকো ক'লে।

'আৰু কিবা আলোচনা কৰিছে নেকি ?'

'মৌঞ্চিহাড়াম চাহাবকে হত্যা কৰিবে'—চিবু হাজদাৰ উক্তি।

'আৰে, (বঙ্গোক্তি) হত্যা কৰনেৱালা বহুত দেখা হ্যায়। সেই বুঢ়াটোৱে ? কিহেৰে চাহাবক হত্যা কৰিব ? ধনুকাঁড়েৰে ? সি একো কৰিব নোৱাৰে। শালগছৰ পাতৰ বিৰি বনোৱাৰ বাহিৰে একো কৰিব নোৱাৰে।'

'প্ৰতিজ্ঞা কৰিছে—'

'হাঁ—হাঁ—হাঁ—প্ৰতিজ্ঞা কৰিছে ! কোনে ? ঢোৰাসাপবোৰে প্ৰতিজ্ঞা কৰেই, কিন্তু খুটিলেও নমৰে। সিহঁতৰ কোঁচকোঁচনিয়েই সাৰ। হাঁ—হাঁ—হাঁ'—বিকট শব্দ কৰি ৰবৰাবুৱে ঢেক্‌চেকাই হাঁহিলে।

'চিবুৱে একো উত্তৰ নিদি নীৰৱে থিয় দি থাকিল।'

'কেবেনক তাতে দেখিছনে নাই ?'

'নাই দেখিছে ৰববাবু'—চিবুরে অভিমন্যু চট্টোপাধ্যায়ৰ ফালে চালে।

'কেবেন তাতেই আছে। জুমৰ মাজত সোমাই আছে। আমাৰ চকুত ধূলি মাৰিবলৈ সি কাপোৰ এখন উৰি আহিছে। তাৰ লগত দেদেৰে আৰু বাগাল আছে।'

'এই বাত হুজুৰে কি ৰকম জানিছে ?'

'এইমাত্র উদ্‌ৰে মুর্মু আহিছিল। সিয়েই খবৰটো দি গৈছে।'

'গোলামে অভি কি কৰিবে হুজুৰ ?'—চিবুরে সুধিলে।

'তই এটা কাম কৰিব লাগে। এইফালে আহ'—(ফুচফুচাই ক'লে)

বিপদ সঙ্কেত পাই ইজনে সিজনৰ চকুলৈ চোৱাৰ দৰে চিবুরে ভয় খাই ৰববাবুৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে।

'আজি ৰাতি কোনোরে নজনাকৈ তই একঠামান মাটিৰ চাহ গছ কাটি থৈ আহিবি। উত্তৰৰ ফালে কাটিবি। সেইবোৰ নতুন চাহগছ—'

চিবুৰ মনত হঠাৎ আতঙ্ক আৰু দুঃচিন্তা বাঢ়ি গ'ল।

'ভয় খাইছ নেকি ? ভয়ৰ কোনো কাৰণ নাই। (ফুচফুচাই) তোৰ কথা চিন্তা কৰিহে মই তেনেকৈ কৈছোঁ।'

'তাৰ পিছে কি হবেক হুজুৰ ? আমাৰ তাত লাভ কি আছে ৰে ? লাভ নাই হলে আমি এইচব কাম নাই কৰবেক। এই চবতো খুব খাৰাব কাম আছে ৰে—'

'একো 'খাৰাব কাম' নহয়। মাত্র ৰাতিপুৱা উঠিয়েই তই দৌৰি অহাৰ নিচিনাকৈ আহি চাহাবৰ ওচৰত থিয় হৈ কবি—কেবেনে চাহগছবোৰ কাটি পেলাইছে। তই নিজ চকুৰে দেখা বুলি কবি।'

'নাই ৰে বাবু, আমি এই ৰকম হাৰাম নাই আছে।'

'এই সকলো তোৰ ভালৰ কাৰণে'—বৰবাবুৱে চিবুক ফুচুলাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিলে।

'কি ভাল আছে ? হাম তো সমঝি নাই পাইছে ৰে বাবু।'

'বুজা নাই ? বুৰ্বক ক'ৰবাৰ। শুন, চাহাবে কেবেনক নিজৰ হাতৰ মুঠিলৈ আনিবলৈ চেষ্টা কৰিছে। চাহাবে মোক সদায় কৈ আছে—কেবেনৰ লগত কথা পাতিবলৈ। কিন্তু এটা কথা ঠিক, সি যদি বাগিছালৈ আহিম বুলি কয়, মই জানো চাহাবে তাক ডাঙৰ চাকৰি দিবই। কাৰণ সি শিক্ষিত। তেতিয়া সি তোক কুকুৰৰ দৰে ব্যৱহাৰ কৰিব। সেই কাৰণেই তোৰ ভালৰ কাৰণে কৈছোঁ,—তই আজি ৰাতিয়েই চাহগছবোৰ কাটি দে। তেতিয়া মই বুদ্ধি কৰি কম,—তাৰ ঘৰটো জ্বলাই দিয়াই ভাল। ঘৰ জ্বলাই দিলে সি আৰু ইয়াত ক'তো থাকিব নোৱাৰিব।'

'নাই ৰে বাবু। হামি ইস্মন্ হাৰামি কাম নাই কৰিবেক। পুলিচ লোগ জানিলে আমাক ভী নাই চাৰিবে।'

'পুলিচে কেনেকৈ জানিব ? আমি নজনাকৈ কৰিম। চিপাহী-বোৰে গমেই নাপাব।'

চিবুৱে অভিমন্যু চট্টোপাধ্যায়ৰ চতুৰালি বুজিব নোৱাৰিলে। কেপ্তেইন কেম্প্‌বেলে যিদিনাৰপৰা কেবেনক পুনৰ বাগিছাৰ কামত মকৰল কৰাৰ কথা ক'লে, সেইদিনাৰপৰাই অভিমন্যুৰ চিন্তা বাঢ়িল। কেবেন বাগিছালৈ অহা মানেই তাৰ বিপদ। কেম্প্‌বেলে যিটো পদবীৰ বাবে কেবেনক মতাৰ কথা কৈছে তাৰ কাৰণে যোৱা পাঁচ বছৰে কলিকতাত থকা নিজৰ খুলশালীয়েক ৰবি গঙ্গোপাধ্যায়ক সেই পদত মকৰল কৰাৰ আশা পাঙি আছিল। কেবেন অহা মানেই বৰবাবুৰ অতদিনৰ জল্পনা-কল্পনা বিফলে যোৱা। গতিকে চিবুৰ হতুৱাই খুলশালীয়েকৰ পথ নিষ্কণ্টক কৰিবলৈ একমাত্ৰ সুযোগ।

চিবুৱে বৰবাবুৰ চক্ৰান্ত অলপো বুজিব নোৱাৰিলে।

'পাৰিবিনে ?' বৰবাবুৱে সুধিলে।

'সময় আহিলে দেখিবে। অভি আমি পিপ্‌ল গাছেৰ সামনে দাড়াইবে। চাহাব, তাত আমি নাই থাকিলে খাৰাব সমঝিবে।'

'মা-কালী'—বৰবাবুৱে ভগৱতী কালীৰ নাম উচ্চাৰণ কৰিলে আৰু ভয়ে ভয়ে খুব সন্তৰ্পনে মেনেজাৰৰ চেম্বাৰলৈ সোমাই গ'ল।

'এনি ইনফৰমেশ্যন? কুচ খবৰ আছে ?' —কেম্প্‌বেলে সুধিলে।

কওঁ-নকওঁ এনে এটা সুৰেৰে বৰবাবুৱে ক'লে—'আপোনাক সিহঁতে হত্যা কৰিব বিচাৰি ফুৰিছে।'

'হু আৰ ডে ? কোনলোগে আমাকে হত্যা কৰিবে ?'

'মজদুৰবোৰে হুজুৰ—'

'হত্যা ? মার্ডাৰ ? কেপ্তেইন কেম্প্‌বেলকে উসলোগে হত্যা কৰিবে ? ফানি থিং। ইট্‌ ইজ এ ফান্‌। এইৰকম কলিজা কোন ইণ্ডিয়ানৰ আছে ?'

বিদ্ৰূপৰ হাঁহি এটা কেপ্তেইন কেম্পে্‌বেলৰ মুখমণ্ডলত ফুটি উঠিল আৰু পুনৰ 'হত্যা' শব্দটো মনত পৰাৰ লগে লগে প্ৰচণ্ড জোৰে হাঁহি হাঁহি সুধিলে—'উসলোগে আমাক হত্যা কৰিবে, আৰু আমি কি বসি থাকিবে ? সাৰা বস্তি জ্বালাই দিবে, সব মজদুৰকে বন্দী কৰিবে আউৰ এক এক কৰকে গুলী চালাবে।'

বৰবাবুৱে মুৰটো তল কৰি একান্ত বাধ্যৰ দৰে শুনি গ'ল।

কিছুসময় বৈ কিবা এটা মনত পৰি বৈ যোৱাৰ নিচিনাকৈ বৰবাবুৰ চকুৰে-মুখে চাই বিকট শব্দ এটা কৰি হাঁহি হাঁহি চকীত বহিল।

বৰবাবুৱে ওচৰত নিস্তব্ধভাৱে থিয় হৈ বৈ আছিল যদিও মেনেজাৰৰ এই হাঁহিয়ে কলিজা কঁপাই তুলিলে। কিজানি কেপ্তেইন কেম্প্‌বেলৰ লগত তাকো হত্যা কৰে। মুংলিৰ হত্যাকাৰী চিবু, মহৰী বিপিন ঘোষৰ লগত নিজেও এজন। তথাপি ক্ষন্তেক পিছতে চট্টোপাধ্যায়ৰ মুখমণ্ডলৰ পৰিবৰ্তন দেখা গ'ল আৰু এনে

ভাব এটা দেখুৱালে যেন চাহাবে যিটো কৰি ভাল পায়, সিও তাকেই কৰি ভাল পায়। চাহাবৰ দুখত সিও দুখী, চাহাবৰ সুখত সিয়ো সুখী।

কেপ্তেইনে বৰবাবুৰ অভিনয় বুজিব পাৰিলে আৰু বুজি উঠাৰ পিছত চিঞৰি ক'লে—'ইউ আৰ এ ব্লু ফক্স। আপ্‌নি নীলা শিয়ালেৰ মতন।'

বেঙা হাঁহি এটা মাৰি বৰবাবুৱে ক'লে—'মই বুজি পোৱা নাই।'

'আপনি নাই বুজিছে? বুজিবে কি কৰে?'

সিফালে শ্মশানত মাটিৰ পাত্ৰত নিয়া হাড়িয়া খাই শেষ কৰাৰ পিছত মুংলিৰ শটো খৰিৰে ঢাকি দিলে। সকলোৱে এডাল এডালকৈ খৰি শটোৰ ওপৰত দিলে। তাৰ পিছত শটোৰ মুখত এটা তামৰ পইচা ভৰাই দি চিতাৰ ওপৰত এটা কেঁচা কণী ভাঙি দিলে। বিৰিণা খেৰৰ জুমুঠি এটা বনাই, মুংলিৰ খুবায়েকৰ ডাঙৰ ল'ৰাজনে নিজৰ কপ্‌নিৰপৰা কাপোৰ এডোখৰ ফালি জুমুঠিটো বান্ধি সেইটো জ্বলালে। নিঃশব্দে চিতাৰ চাৰিও-ফালে তিনিবাৰ ঘূৰাৰ পিছত সি মুংলিৰ মুখখন ছুই চালে।

সিফালে মৌক্ষিহাড়ামে মজদুৰসকলক ইয়াৰ একো উপায় দিব নোৱাৰিলে। যদি সকলো ৰাজি হয়, সিহঁত সকলো ওচৰৰ চাওঁতাল আৰু ওৰাং গাওঁবোৰলৈ উঠি যাব পাৰে। সিহঁতক হয়তো থাকিবলৈ দিব পাৰে।

কিন্তু ইমান মানুহ ক'লৈ যাব? আৰু কাৰোবাৰ তাত থকা মানেই 'বন্ধা'।

মৌক্ষিহাড়ামৰ এনে সিদ্ধান্তত কেবেনৰ হঠাৎ খং উঠিল। স্বয়ং মুখীয়ালজনৰ মুখত এনে ধৰণৰ ভীৰু আৰু কাপুৰুষালিৰ পৰিচয় পাই সি ক্ষুণ্ণ হ'ল আৰু বেছি ক্ষুণ্ণ হ'ল প্ৰতিবাদ কৰাৰ ইচ্ছা প্ৰকাশ নকৰাত।

'এইদৰে আমাৰ সমস্যাৰ সমাধান নহয়'—কেবেনে মুখীয়ালৰ ফালে চাই থিয় হৈ ক'লে।

মৌঞ্জিহাড়ামৰ উত্তৰ—'ধৈৰ্য্য ধৰিব লাগিব, সময় আহিলে সকলো ঠিক হৈ যাব। আমাক গিৰমিট দি আনিছিল। আমি বন্ধা কুলী। বন্ধা কুলীৰ ভৱিষ্যৎ বুলি কবলৈ একোৱেই নাই।'

শ্মশানলৈ অহা বাকীবোৰ বন্ধুৱাই অস্বস্তিবোধ কৰিলে। সিহঁতৰ কোনো এজনেৰেই মৌঞ্জিহাড়ামৰ সমুখত থিয় হৈ কথা কোৱাৰ সাহস নাই। মনে-প্ৰাণে কেবেনৰ সাহসক প্ৰশংসা কৰিলেও তাৰ সমুখত বিৰক্তিৰ ভাব প্ৰকাশ কৰি মৌঞ্জিহাড়ামৰ প্ৰতি যে গভীৰ বিশ্বাস আছে তাকে বুজালে।

মৌঞ্জিহাড়ামে সোঁৱৰাই দিলে—'দিল্লীৰ মানুহে কৈছে, আমি এদিন নহয় এদিন স্বাধীনতা পামেই।'

'স্বাধীনতা পামেই ঠিক, কিন্তু সেই স্বাধীনতাই চাহ বস্তিৰ মজদুৰৰ বাবে একো নকৰে। আমি বন্ধা, বন্ধাগিৰিতেই আমাৰ জীৱন সীমাবদ্ধ। স্বাধীনতা পালেও জমিদাৰগিৰি চলাবই আৰু তেওঁলোকে বন্ধাৰ কান্ধত বহি খাবই।'

'দিল্লীৰ মানুহে কেতিয়াও ভুল নকৰে। আমাৰ মানুহে আমাৰ স্বাধীনতা বৃটিছৰপৰা কাঢ়ি লবই।'

'ঠিক তেনেদৰে গুৱাহাটীৰ মানুহেও ভুল নকৰে। গুৱাহাটীৰ মানুহে কৈছে—এই স্বাধীনতাই কুলীৰ জীৱনৰ একো পৰিবৰ্তন নকৰে।'

'তেনেহলে কাৰ কাৰণে?' মৌঞ্জিহাড়ামে তীক্ষ্ণ দৃষ্টিৰে তাৰ ফালে চাই সুধিলে।

'গুৱাহাটীৰ কলেজত পঢ়ি থাকোঁতে ভবানন্দ ডেকা নামৰ ল'ৰা এজনে কৈছিল—'বগা চাহাবৰ লগত দেশী জমিদাৰসকলৰ বন্ধুত্ব বেছ ভালকৈ গঢ়ি উঠিছে। আনকি জমিদাৰসকলে বগা

চাহাবক বেয়াও নাপায়, বেয়া পায় আমাক। সিহঁতে বগা চামৰাৰ মানুহবোৰ ইয়াতে বৈ যোৱাটোকে বিচাৰে।'

'তাৰ মানে, দিল্লীৰ আদ্‌মি যি চব কথা কহিছে, ঐ চব ভুল?'

'ভুল বুলি নকলোহেঁতেন, যদিহে কেতিয়াবা সিহঁতে আমাৰ কথা ক'লেহেঁতেন। দেখিবি, আজি আমি যি অৱস্থাত আছোঁ বুঢ়িছবোৰ গলেও একেই ব্যৱস্থা চলিব। দেশী ক'লা চাহাববোৰে এনেকৈ পঞ্চাশ বছৰ পাছতো সোঁকাৰে কোবাব। আমাৰ বস্তিৰ সীতাৰ দৰে, মুংলিৰ দৰে ছোৱালীক আমাৰ সমুখৰপৰা টানি লৈ যাব। দেশী চাহাববোৰে যি ইচ্ছা তাকেই কৰিব।'

মোঞ্চিহাড়ামৰ খঙৰ মাত্ৰা হঠাৎ বাঢ়ি গ'ল আৰু তেওঁ বহি থকা শিলটোৰপৰা কেবেনৰ ফালে চাই কবলৈ ধৰিলে—

'তুইলোগে কেৱল হাঙ্গামা কৰতে লাগলিচ না?' বুঢ়া কালিয়াই ক'লে।

'কেবেন, তোৰ কথাবোৰ উঠাই ল। তোৰ পাপ হৈছে, আৰু তোৰ পাপৰ বাবেই আমাৰ এই দুৰৱস্থা। চাহাবে আমাক পেটৰ ভাত দিছে। থাকিবলৈ ঘৰ সাজি দিছে, তথাপি তই কেৱল চাহাবৰ বদনাম কৰ। ঠাকুৰে তোক সুদাই নেৰে, সেই কাৰণেই তই বস্তি এৰিবলগীয়া হৈছে।'—সনস্তই ক'লে।

অগ্নিৰ লেলিহান শিখা দপ্‌দপকৈ জ্বলি উঠিল আৰু মুংলিৰ দেহটো ছানি ধৰিলে।

কিছু বেলিৰ পিছত মোঞ্চিহাড়ামৰ কেবেনৰ প্ৰতি যিটো ধাৰণা আজিলৈকে আছিল নিমিষতে সেই ধাৰণা নাইকিয়া হ'ল আৰু তাৰ প্ৰতি বিতুষ্ট হোৱা দেখা গ'ল।

'আৰে কেবেন, তুই মোৰ বাত মান লে। কেম্বেল চাহাব চিনবঙ্গাৰ অৱতাৰ। আৰ দেখ,—ঠাকুৰ আমাক কি নাই দিছেবে?' বুঢ়া কালিয়াই ক'লে।

'ভাবিছিলো, আমাৰ ল'ৰা এজন কলেজত পঢ়ি শিক্ষিত হৈ আহিছে। সি আমাক জানিব, বুজিব আৰু জাতিৰ নাম ৰাখিব। ভাবিছিলো সি কাছাৰীৰ হাকিম হব, তাকো নহ'ল। চাহাবে দিয়া লংপেণ্টটো জুই লগাই পুৰিলে আৰু এতিয়া বস্তিত ধনু লৈ বস্তিৰ ঝঞ্ঝাট বঢ়াইছেহে। শুনিছোঁ, তই অহাৰ আগেয়ে বস্তিত ইমান উৎপাত নাছিল।'—সনন্তই আক্ষেপেৰে কৈ গ'ল।

'সনন্ত, মই ভাবিছিলো অন্যই ভাল নাপালেও, তই মোক ভাল পাব। পিছে তয়ো একেই—'

'একেই মানে? ঠাকুৰ, চিনবঙ্গা, কাণ্ডোবাঙ্গা এই সকলোকে তই মিছা বুলি ক'ব খুজিলেতো মই তেনেকৈ ভাবিমেই।'

'এইবোৰ একো নাই, সকলো মিছা। আমি কোনোদিনেই সেইবোৰক দেখা নাই আৰু ভৱিষ্যতেও দেখা নাপাম।'

'মুখ চুপ্ কৰে ভাগ ৰে কেবেন। কলেজ পঢ়িলি বুলি তই কি চব জানিবি?'—বুঢ়া কালিয়াই বিতুষ্ট হৈ ক'লে।

'কলেজত পঢ়া বুলিয়েই নহয়, যিটো সত্য তাকেহে কৈছোঁ।'

'ঠাকুৰৰ দোহাই এইবোৰ উঠাই ল। তোৰ পাপ হৈছে। সেইকাৰণেই কষ্ট কৰি ৰোৱা কচুবোৰ ঠাকুৰৰ দুত 'কেম্বেল' চাহাবৰ মানুহে নষ্ট কৰি পেলাইছে। তোৰ হয়তো আৰু ক্ষতি কৰিব। নেদেখাজনত বিশ্বাস ৰাখ, নহলে তোৰ মুক্তি নাই'—সনন্তই গছৰ পাত এটা ছিঙি ক'লে।

'আগতে তহঁত চাহাবৰ অত্যাচাৰৰপৰা মুক্ত হ। তাৰ পিছত দেখা যাব, মোৰ মুক্তি হয়নে নহয়!'

'আমাৰ মুক্তি কেনেকৈ হব?' সনন্তই তাৰ কথাত ৰাজী নহৈ আপচোচৰ সুৰত ক'লে। 'তই ইয়াত থকা বাবে চাহাবে আমাক বেছিকৈ অত্যাচাৰ কৰিছে।'

মৌঞ্চিহাড়ামে আত্মপ্ৰসাদ লাভ কৰাৰ নিচিনাকৈ হাঁহি এটা মাৰিলে।

হঠাৎ এই হাঁহিটো কেবেনৰ কিবা এক বিসদৃশ যেন লাগিল। বুঢ়া কালিয়াইও হাঁহিলে আৰু সনন্তইও দাঁত ছুপাৰি স্পষ্টকৈ উলিয়াই হাঁহি উপদেশ দিয়াৰ নিচিনাকৈ ক'লে—'তই চাহাবৰ বিপৰীতে নাযাবি। চাহাবক দেখিলেই চালাম কৰিবি, পুলিচ দেখিলেই চালাম কৰিবি, তেতিয়া দেখিবি নেদেখাজনেও তোক ক্ষমা কৰিছে।'

বিভিন্ন চিন্তাৰ ঢৌত তাৰ অন্তৰত খলক লাগিল। মৌঞ্চিহাড়ামৰ এনে দায়িত্বজ্ঞানহীন আলোচনা শুনিবলৈ তাঁৰ একেবাৰে অনিচ্ছা হ'ল। তাৰ নিজকে নিজে চিন্তা হ'ল—তাৰ চিন্তাবোৰ অদ্ভুত নেকি ?

'মুঠেই নহয়'—নিজকে নিজে মনৰ ভিতৰত উত্তৰ দি এক অৱজ্ঞাৰ দৃষ্টি নিক্ষেপ কৰি সকলোবে ফালে চালে—'মুঠৰ ওপৰত তহঁত বোকা-পানীত লেটি-পেটি লৈ থকা জন্তুবিশেষ। এতিয়া হয়তো কোনোৱে বুজা নাই। কিন্তু পিছত যে বুজিবি সেইটো খাটাং। যেতিয়াই বুজি পাবি তেতিয়া তহঁতৰ কৰিবলৈ একো নাথাকিব। ঠিক আছে, মোৰ কথাত তহঁতে বেয়া পাইছ যেতিয়া মই ইয়াৰপৰা গুচি যোৱাই ভাল। মই আৰু এই বস্তিলৈ নাহোঁ। তহঁত সুখেৰে থাক। মই উত্তৰৰ গাৱঁলৈ যামগৈ। তাতে তাৰ ৰাইজে স্কুল এখন পাতিব লাগিছে। অলপতে স্কুলখন আৰম্ভ হব। মই তাত শিক্ষক হিচাপে থাকিম।'

মৌঞ্চিহাড়াম আৰু বুঢ়া কালিয়াই একো উত্তৰ নিদিলে, আনকি তাৰ ফালে নাচালেও। বাকীবোৰে মাতিলে—'কেবেন! ঐ কেবেন! তুই নাই যাবিৰে। তুই ভী খং কৰতে লাগলিচ্। কি হবেক ৰে আমাৰ—। ঘূৰ আস্—ঘূৰ—'

'ঘূৰ আসবেক নাই লাগে ৰে। ঐ নাই থাকিলে আমি কি নাই থাকতে পাৰে? ঠাকুৰ আমাকে সহায় কৰবেক ৰে—'

সিহঁতেও মাতিবলৈ বন্ধ কৰিলে।

কেৰেনে উভতিয়েই নাচালে। সি গৈ অলপ দূৰ পোৱাৰ পিছতে পমা গছজোপাৰপৰা পাঁচজন চাহবস্তিৰ মজদুৰ তাৰ ওপৰত জপিয়াই পৰিল।

'কেট্‌চ হিম'—দূৰৈৰ প্ৰকাণ্ড আমগছজোপাৰপৰা এটা চিঞৰ শুনা গ'ল আৰু সেই শব্দৰ লগে লগে সি দেখা পালে সন্মুখফালৰপৰা দুটা ঘোঁৰাত চাহবাগিছাৰ মেনেজাৰ কেপ্তেইন কেম্প্‌বেল আৰু এছিষ্টেণ্ট মেনেজাৰ ওৱাল্টাৰ ছেৰৱেল কদমত আহিব লাগিছে।

হঠাৎ সমগ্ৰ ঠাইডোখৰতে এক আতঙ্ক আৰু হুলস্থূলৰ সৃষ্টি কৰিলে। কেৰেনে তৰ্কিবই নোৱাৰিলে। হঠাৎ ঘটনাটো ঘটি গ'ল। চিবুৱে দৃশ্যটো দূৰৈৰপৰা নিৰীক্ষণ কৰি দাঁত দুপাৰি উলিয়াই হাঁহিলে।

সি পলাবলৈ চেষ্টা নকৰিলে আৰু আগন্তুক দুঃসময়ৰ বাবে নিৰ্ভীক নিৰ্ভাৱনাৰে প্ৰস্তুত হ'ল আৰু অতি কঠোৰভাৱে নিজকে সংযত কৰি থিয় হৈ থাকিল।

আঁতৰৰপৰা দেদেৰে চিঞৰিলে—'কেৰেন ধৰা পৰিছে, কেৰেন ধৰা পৰিছে। সিহঁতে এতিয়া তাক মাৰি পেলাব।'

মোঞ্চিহাড়াম আৰু বুঢ়া কালিয়াই প্ৰমাদ গণিলে। এক আতঙ্ক আৰু হুলস্থূলৰে মন ভৰি পৰিল।

সিহঁত এইমাত্ৰকে ইয়াৰপৰা পলাই যোৱাটো বাঞ্ছনীয়, নহ'লে সিহঁতকো খুদাই নেৰে। বুঢ়া কালিয়াই প্ৰমাদ গণি ভিৰাই লৰ মাৰিলে। বাকীবোৰেও তাৰপৰা পলাল। মাত্ৰ দেদেৰে আৰু বাগাল খুব সন্তৰ্পণে আৰু সঙ্গোপনে হাতত ধনুকাঁড় লৈ লুকাই থাকিল।

দলটো পলাই যোৱা দৃশ্যটোক অৱতাৰণা কৰি কেপ্তেইন কেম্প্‌বেলে ওৱাল্টাৰ ছেৰৱেলৰ কাণে চাই চেকুচেকাই হাঁহি

ক'লে—'লুক্ হেৰৰেল, লুক্,—ডিছ ইজ ইণ্ডিয়ান ইউনিটি, এণ্ড দে ওৱাণ্ট্ ফ্রিদম্ উইথ আউট্ এনি ষ্ট্রাগল্। Escaped।'

দুবৈৰপৰা চিঞৰি কোৱা কথাষাৰ শুনি তাৰ মনে মনে লাজ লাগিলেও কোৱাৰ ইচ্ছা আছিল—'সকলোৱে ভীৰু আৰু কাপুৰুষৰ দৰে পলাই গলেও কেবেন টুডু কেতিয়াও নপলায়।' কব খুজিছিল—'জন্তু-জানোৱাৰবোৰে ধুমুহা-বৰষুণ অহাৰ সম্ভাৱনা দেখিলে সকলো বাদ দি নিজকে ধুমুহা-বৰষুণৰপৰা বচাবলৈ চেষ্টা কৰে; সেইয়া স্বাভাৱিক প্ৰবৃত্তি।' কিন্তু নক'লে। নক'লে এই কাৰণে, এতিয়া এইবোৰ কোৱাৰ সময় নহয়।

বহুৱাকেইজনৰ কপ্‌কপীয়া বাহুৰপৰা সকাহ পাবলৈ সি বাউসি ল'বাবলৈ চেষ্টা কৰিলে।

হুস! মুখেৰে অস্ফুট শব্দ কৰি বুকুখন বহল কৰি বিদ্ৰূপ আৰু তাচ্ছিল্যৰ সুৰেৰে সিহঁতৰ ফালে চাই হাঁহিলে।

বুকু বহল কৰি কেপ্তেইন কেম্প্‌বেল আৰু ওৱাণ্টাৰে ঘোঁৰাৰপৰা জপিয়াই বীৰদৰ্পে নামিল। বেঁকা হাঁহি মাৰি কেম্প্‌বেল আগুৱাই আহিল—'ইউ আৰ লুক্ লাইক্ পুক।'

'আৰু তোক আলেকজেণ্ডাৰৰ নিচিনা লাগিছে'—কেবেনে মনে মনে ভাবিলে আৰু তামবৰণীয়া মুখখনেৰে ক'লা ঘোঁৰাটোৰ গাত থুই এসোপামান পেলাই দিলে।

'ৰাস্কিছ!'

তুয়োৰে ইংৰাজ তেজবোৰ উত্তপ্ত হৈ উঠিল।

ওৱাণ্টাৰ হেৰৱেলেই প্ৰথম ঘোঁচাটো কেবেনৰ মুখত লগাই দিয়াত কেম্প্‌বেলৰ তেজবোৰ পিৰপিৰাই উঠিল আৰু তলপেটত দুই ঘোঁচা শোধাই দিলে। বাগিচাৰ বিহাৰী মালীকেইজনে তাক জব্দ কৰি ধৰাত সি অলপো কেট-কুট কৰিব নোৱাৰিলে।

নিৰ্ভীকভাৱে কেবেন আগৰ দৰে থিৰ হৈ থাকিল। তাৰ মুখৰ ছবিয়ে কোনো অসন্তুষ্টি ভাবৰ পৰিচয় নিদিলে; বৰঞ্চ

পেটত খোঁচা মৰাৰ পিছতো কেপ্তেইন কেম্প্‌বেল আৰু ওৱাল্টাৰ ছেৰৱেলৰ ফালে চাই নির্বিঘ্নে হাঁহি মাৰিলে।

'টাইড্ হিম্ অন্ দ্যেট্ বেনিয়ন্ ট্রি। ওকে ঐ পাকৰী গাছে বান্ধিব লাগে'—তাক জব্দ কৰি ৰখা বন্দুৰাকেইজনৰ ফালে চাই আদেশ দিলে।

দেদেৰে আৰু বাগালে জোপোহাবোৰৰ মাজেৰে যেতিয়া তাক বট গছজোপাত বন্ধা দেখিলে দুয়োৰে বুজিবলৈ বাকী নাথাকিল—কেবেন আজি তাৰপৰা পলাই সাৰিব পৰাটো কঠিন কাম হব।

'তাক আমি পলাই আহিবৰ সুবিধা কৰি দিব নোৱাৰোনে?'

'ঠিকেইতো, আমি দুয়ো কেনেবাকৈ বচাবই লাগিব। কেম্বেল চাহাব, নহলে ওৱাল্টাৰ চাহাবৰ কোনোবা এজনৰ গাত ধনুৰ কাঁড় পেলাব পাৰিলে—'

বাগালে সন্দিগ্ধ চাৱনিৰে তাৰ ফালে হঠাৎ চালে আৰু জোপোহাৰ মাজত সোমাই ধনুত কাঁড় জুৰিলে।

কেম্প্‌বেলে চাবুকডাল উলিয়াই ওৱাল্টাৰৰ ফালে আগুৱাই দিলে।

ওৱাল্টাৰে নিজৰ দেহৰ সর্বশক্তি প্রয়োগ কৰি প্রথমটো কোব মাৰিলে।

কেবেন তথাপি নির্বিকাৰ।

ওৱাল্টাৰে এইবাৰ ৰুদ্র মূর্তি ধাৰণ কৰাৰ নিচিনা কৰি একে নিমিষতে কেবাটাও কোব চাবুকডালেৰে মাৰি পুনৰ কেইবাখোজ পাছুৱাই আহিল।

দেদেৰে আৰু বাগালৰ ধনুৰ শৰ লক্ষ্যভ্ৰষ্ট হৈ কেম্প্‌বেল আৰু ওৱাল্টৰৰ গাত নপৰি ঘোঁৰা দুটাৰ গাত পৰাত বিস্তীর্ণ জঙ্ঘল আৰু দূৰৈৰ নীল হড়িং পথাৰৰ নিস্তব্ধতা বিদীর্ণ কৰি ঘোঁৰা দুটাৰ এক বিকট চিহিঁ-চিহিঁয়নি শব্দ দেদেৰে আৰু বাগালৰ কাণত পৰিল।

চমকি উঠিল কেম্প বেল।  চমকি উঠিল ওৱাণ্টাৰ ছেৰেল। —'কি হল ?'

'লুক্ ছাৰ, লুক্। হিয়েৰ ইজ্ এন এৰো—ছাৰপ্ৰাইজ !'

এটা ঘোঁৰাৰ পেটত আৰু আনটো ঘোঁৰাৰ পিছ ঠেং শৰবিদ্ধ হৈ সেই ঠাইৰপৰা তেজ ওলাবলৈ ধৰিছে।

ছুয়ো ঘোঁৰাৰপৰা শৰ ছুডাল টান মাৰি উলিয়াই যন্ত্ৰৰ দৰে ঘোঁৰাৰ পিঠিত উঠি প্ৰাণ লৈ পলাল আৰু ছুয়ো আচৰিত হ'ল।—'কাঁড় ছুপাট কোনফালৰপৰা আহিল ?'

পলাই যোৱা দৃশ্যটো চাই চাই কেবেনে চোঁ-চোঁৱাই হাঁহি দিলে। সেই হাঁহিত লজ্জিত হৈ বাগিছাৰ বনুৱাকেইজনে তাৰ ফালে চোঁচা লওঁতে দেদেৰে এপাট কাঁড় সেইফালে মাৰি পঠিয়ালে। এইবাৰো শৰ লক্ষ্যভ্ৰষ্ট হ'ল। এজন বনুৱাৰ ঠিক ভৰিৰ কাষতেই পৰাত সিহঁত উচপ খাই উঠিল আৰু এজন এজনকৈ তাৰপৰা প্ৰাণ লৈ পলাল।

বাগাল আৰু দেদেৰে দৌৰা-দৌৰিকৈ জোপোহাৰ আঁৰৰপৰা ওলাই আহিল আৰু চাৰিওফালে জুমি জুমি ওচৰত কোনোবা আছে নেকি চালে।

বান্ধ খুলি কেবেনক ছুয়ো তাৰপৰা মোকোলাই পেলালে আৰু তিনিও তাৰপৰা পলাল।

ওৱাণ্টাৰে ঘোঁৰা ছুটা ঘোঁৰাশালত বান্ধি চিবুক ঘোঁৰাৰ ঠেংখন ধৰিবলৈ আদেশ দিলে আৰু ফিচকাৰি এটাৰে পটাচ পাৰমেঙ্গেনেটৰ ৰঙা পানীবোৰ তেজ ওলোৱা ঠাইত মাৰি দিলে। কেম্প্ বেলে ঘোঁৰাটো এছিষ্টেণ্ট মেনেজাৰ ওৱাণ্টাৰক চমজাই দি বেগাবেগিকৈ বাগিছাৰ অফিচলৈ আহিল আৰু বৰবাবু অভিমন্যু চট্টোপাধ্যায়ৰ লগত ফুচফুচাই কিবা আলোচনা চলালে।

জোপোহাৰ আঁৰত কেবেনে যন্ত্ৰণাত ছট্ফটাবলৈ ধৰিলে। দেদেৰেই নগৰবেৰা গছৰ পাত কিছুমান মোহাৰি মোহাৰি তাৰ

ৰসবোৰ চাবুকৰ কোব পৰা ঠাইত ঘঁহি দিলে। নগৰবেৰা গছৰ পাতৰ ৰসবোৰ দেদেৰেই হাতেৰে চেপি দিয়েই থাকিল। সি ছট্‌ফটাই থাকিল। সহ্য কৰিব নোৱাৰি দাঁত ডুপৰি কামুৰি চকু দুটা মুদি দিলে—'আঃ খুব বিষাইছে! হৈছে, হৈছে, আৰু নালাগে—'

অলপ পিছতে সি দীঘল হুমুনিয়াহ এটা কাঢ়িলে আৰু সুধিলে—'সিহঁত গ'লগৈনে?'

ইজনে সিজনৰ চকুলৈ চালে আৰু এই প্ৰশ্নৰ উত্তৰ কেনে-ভাৱে দিয়াটো উত্তম সেই বিষয়ে চিন্তা কৰিলে।

'সিহঁত গ'লগৈনে?' কেবেনে পুনৰাবৃত্তি কৰি সুধিলে।

'গ'লগৈ'—দেদেৰে সকাহ দিবলৈ তেনেকৈ ক'লে।

কেবেনে এইবাৰ একো নুসুধিলে আৰু চকু দুটা মুদি বিষটো কেনেকৈ প্ৰশমিত কৰিব পাৰি তাকে চিন্তা কৰিলে।

দেদেৰেৰ মাতত উদ্বিগ্নতা আৰু হতাশা ফুটি উঠিল—'আমাৰ এতিয়া হ'ব কি? বৰ্তমান আমি তিনিওজনৰ এজনো ইয়াত থকাটো নিৰাপদ নহয়।'

বাগাল মূক-বধিৰৰ দৰে হাবিৰ মাজত বহি থাকিল। একো মন্তব্য দিয়াৰ অনুভৱ সি নকৰিলে আৰু দূৰৈৰ শান্ত-সৌম্য-স্থবিৰ প্ৰকৃতিৰ বুকুৰ উচ্ছল গতিলৈ চাই থাকোঁতে ওচৰৰ বাঁহনিৰ বাঁহৰ আগলি এটাত জুপুকা মাৰি বহি থকা কপৌ চৰাই এটালৈ চকু পৰিল।

বেলি লহিওৱাৰ সময়ত বাগালে জোপোহাবোৰৰ মাজত এটা খচমচ শব্দ শুনি, তাৰ অন্তৰ পুনৰবাৰ আৰু অশান্ত আশঙ্কাত কঁপি উঠিল আৰু ধনুখন হাতত তুলি ললে। সি দুয়োকে মাতিলে। 'কেবেন, ঐ কেবেন,—কোনোবা আহিছে, কোনোবা আহিছে।'

'কোন বে?' এক উৎকণ্ঠাৰে বাগালে সুধিলে।

'মই সনন্ত, বস্তিৰপৰা আহিছোঁ। নিচিঞবিবি—চুপ !'

বাটৰ খলাবমা, দুৰ্গম কৈঁকুৰিবোৰ এৰি আহি সমভূমিৰ সমান্তৰাল ৰাস্তাত অবতীৰ্ণ হৈ সকাহ পোৱাৰ দৰে সনন্তক দেখি তাৰ সকলো দুঃচিন্তা, উৎকণ্ঠা আঁতৰি গ'ল।

সনন্তই কপ্‌নিখনত বান্ধি অনা চেগুন গছৰ টোপোলা তিনিটা উলিয়াই সিহঁতৰ সমুখত থলে।

পুত্তোৰ দৃষ্টিৰে সিহঁত তিনিওৰে ফালে চাই—'ইয়াতে দাকা[21] আৰু উটু[22] আছে। বড়ো ধানৰ চাউলৰ দাকা আৰু এইয়া বেংছটাৰ উটু। তহঁতে খাই ভাল পাবি।'

বাগাল আৰু দেদেৰে কেবেনলৈ চালে।

'কেবেন, তই চাগে মোক বেয়া পাইছ। মৌঝিহাড়ামৰ সমুখত তোৰ লগত তৰ্ক-বিতৰ্ক কৰিলোঁ। কিন্তু আচলতে কি জান ? সেয়া অভিনয়হে, মই তহঁতক ভাল পাওঁ। বৃটিছক খেদিলে তহঁতেই খেদিবি। তহঁতে অন্ততঃ প্ৰতিবাদ জনাইছ। মোৰ ভুল হৈছে, তাৰ বাবে ক্ষমা কৰিবিনে ?'

'কোনে কাক ক্ষমা কৰিব পাৰে সনন্ত'—মৃদু হাঁহি এটা মাৰি কেবেনে ক'লে। 'তথাপি মানুহে নিজৰ স্পষ্টবাদিতা প্ৰকাশ কৰিলে ভাল। সকলোতে অভিনয় কৰিব নালাগে। আজিৰ বিষয়টোত অন্ততঃ অভিনয় নকৰাই ভাল আছিল নেকি !'

'তই মোক ঘৃণা কৰিছ ?' সনন্তই নিজকে দোষী কৰি সুধিলে।

'নাই, ঘৃণা কৰিবৰ মই কোন ? মই মোৰ মতত সদায় থাকিম। কোনোৱে মোক বিপথে নিব নোৱাৰে। এতিয়া কি আনিছ দে, ভোক অৱস্থা লাগিছে। যোৱা কথা গ'ল, সেইবোৰ আলোচনা কৰি লাভ কি ?'

'মোৰ ভাল লাগি গৈছে। সেই কাৰণেই এইয়া গৰমে গৰমে লৈ আহিছোঁ। পিছে বস্তিত গণ্ডগোল। কামত নোযোৱা

---

21 দাকা—সিজোৱা ভাত। 22 উটু—তৰকাৰী।

বাবে চাহাবে সকলোকে বস্তিৰপৰা টানি লৈ গৈছে। মই 'কায়দা' কৰিহে এইখিনি দিবলৈ আহিছোঁ। মই যাওঁগে—'

'তাৰ মানে তইঁত সকলো কামলৈ গ'লি?'

সি মূৰ দুপিয়ালে—'ওঁ—'

'তইহে চাবুকৰ কোব সহ্য কৰিব পাৰ। সকলোৱে জানো চাবুকৰ কোব খাবলৈ ভাল পায়? তেজ আমাৰো আছে। তবে, তেজ থাকিলে কি হব? আমাৰ তেজ পানী হৈ গৈছে। একদম ঠাণ্ডা—'

'সনন্তু, তই মোৰ কাৰণে এটা কাম কৰিব পাৰিবিনে? আমি বৰ্তমান তালৈ যোৱাটো সম্ভৱ নহব। বিশেষকৈ মোৰ। মই নথকাত নীলফুলক কোনে কি কৰে ঠিক নাই। মোক বিচাৰি নাপালে চাহাবৰ মানুহে তাইকে ধৰি লৈ যাব পাৰে। তই তাইৰ আপ্পাৰ ঘৰত থৈ আহিব্ পাৰিবিনে?'

'পাৰিম কিয় নোৱাৰিম!' সি দৃঢ়ভাৱে সন্মতি জনালে।

'টিলাটোৰ পাছফালেদি সৰু ৰাস্তা এটা আছে। বাঁহৰ তলে তলে যাব লাগিব। সৰু নিজৰা এটাও পাৰ হব লাগিব। নীলফুলে ৰাস্তাটো চিনি পায়।'

'ঠিক আছে, মই তোক কথা দিলোঁ। এইটো কাম মই কৰিব পাৰিম যেনেই লাগিছে। আজি গধূলি হলেই—'

'তই এতিয়া যাগৈ—'

সনন্তুই জোপোহাৰ মাজেৰে যাওঁতে সি যোৱা বাটটোৰ ওপৰৰ জোপোহাৰ আগবোৰ দুলি থাকিল। শুকান পাতবোৰত ভৰিৰ খোজ পৰি এটা মৰ্‌মৰ্‌ শব্দ হ'ল।

তাৰ পিছত শাল গছৰ তলসৰা পাত পচি দুৰ্গন্ধ ওলোৱা ছাঁই বৰণীয়া বোকাবোৰ গছকি-ফেনেকি, দুয়োকাষৰ বাঁহনি আৰু জঙ্ঘলৰ কাষে কাষে সি বেগাই দৌৰিবলৈ ধৰিলে—যিটো বাট দুৰ্গম। কেম্প্‌বেল বা ওৱাল্টাৰ এই ৰাস্তাৰে নাহে।

## পাঁচ

'আমি আপনাৰ কামে খুব খুচি হৈছে অউৰ হামাৰ গাৰ্ডেনকা ওনাৰ ভি খুব আচ্ছা চমঝিছে। এই ৰকম কাম কৰিলে অউৰ ভি বকচিচ্ মিলিবে। আমাৰ ওৱেল উইছাৰ হলে আপনাৰ ভি আচ্ছা হবে, ভোলা হবে।' ওৱাল্টাৰ ছেৰৱেলে দ্বিধাহীন-ভাৱেৰে বাঃ বাঃ জনালে।

ৰবৰাবুৱে একান্ত বাধ্যৰ দৰে ক'লে—'ইয়েছ ছাৰ!'

ইয়াৰ বাবে বক্চিচ্ কেৱল ৰবৰাবুৱে নহয়, ওৱাল্টাৰ আৰু কেম্প্‌বেলৰ অজ্ঞাতে বক্‌চিচৰ আধা চিবু হাজদাইও পালে। কাৰণ, কথামতে সি ৰাতি এৰিয়াতকৈও অধিক চাহগছ কাটি থলে আৰু ৰাতিপুৱা শুই উঠিয়েই চাহাবৰ বাংলোলৈ দৌৰি অহাৰ নিচিনা কৰি চাহগছবোৰ যে কেৱেনে এইমাত্ৰ কাটি থৈ গৈছে তাকে জনালে। আনকি এনেকৈয়ো ক'লে—'কেৱেনক খেদি যাওঁতে সি ওলোটাই তাক ধনুকাঁড় লৈ মাৰিবলৈ আহিছিল।'

ওৱাল্টাৰ ছেৰৱেল আৰু মেনেজাৰ কেপ্তেইন কেম্প্‌বেলে চিবুৰ বিপৰীতে নাভাবিলে। দুয়ো চিবুক বিশ্বাস কৰিলে।

অভিমন্যু চট্টোপাধ্যায়ৰ খুলশালীয়েকৰ চাকৰিৰ পথ প্ৰশস্ত কৰি তুলিবলৈ বেছি পৰ নালাগিল। লেবাৰ ওৱেলফেয়াৰ অফিচাৰৰ যিটো পদৱী কেৱেন টুডুক দিয়াৰ কাৰণে স্বয়ং কেম্প্‌বেল আৰু মালিক পক্ষপাতী আছিল সেই চেষ্টাৰ বিপৰীতে গৈ অভিমন্যুৱে নিজৰ জয়লাভ সাব্যস্ত কৰি তুলিলে। এই পথ নিষ্কণ্টক কৰি তোলাৰ একমাত্ৰ 'বাক্‌অস্ত্ৰ' আগৰ দৰে ভাবি থোৱাৰ নিচিনাকৈ অভিমন্যুৱে এটা প্ৰস্তাৱ আগবঢ়ালে—'কেৱেনৰ ঘৰটো ভস্মীভূত কৰি দিয়াই একমাত্ৰ উপায়।'

'কিন্তু উপায় উদ্ভাৱন কৰিলেইতো নহব'—ইংৰাজীতে কেম্প্‌-বেলে ক'লে। 'কোনে এই দুঃকাৰ্য্য সমাধা কৰিব?'

অভিমন্যুৱে হাঁহি এটা মাৰি নিজলৈ আঙুলিয়াই দি বঙালীতে ক'লে—'আপোনাৰ আগৰ বিশ্বস্ত, আজিৰ এই দুঃসময়ৰ একমাত্ৰ নিৰ্ভৰযোগ্য, ভৱিষ্যতৰ দূৰদৰ্শী লোক গোলাম অভিমন্যু চট্টোপাধ্যায়........অভিমন্যু চেটাৰ্জী! হুজুৰৰ একমাত্ৰ হিতকাৰী গোলামে সদায় মঙ্গলাচৰণ কৰে।'

'Excellent! Excellent! Oh you are great!'

'You are greater!'—ভাৰতীয় ইংৰাজী উচ্চাৰণেৰে ক'লে বৰবাবুৱে।

কেম্প্‌বেল বা ওৱাণ্টাৰ কোনোজনেই অভিমন্যুৰ বিপৰীতে ভাবিবলৈ সুৰুঙা নাপালে।

ফুট গধূলি বেলিকা সকলোৰে অনুপস্থিতিৰ সুযোগ লৈ চিবুৱে কৰ্ম সমাপন কৰি সকলোৰে অজানিতে আহি বাগিছাত চাহাবৰ পানীয়ৰ বাবে প্ৰয়োজনীয় চৌদা লেমনেড্‌ তৈয়াৰ কৰাত লাগিল।

গধূলি পৰত কেম্প্‌বেল আৰু ওৱাণ্টাৰ দুয়ো ঘৰত বহি সুৰা পান কৰে। মদৰ লগত মিহলাবলৈ যি চৌদাপানীৰ প্ৰয়োজন হয় সেই চৌদাপানী বাগিছাত নিজেই তৈয়াৰ কৰি লয়। আগতে মাদ্ৰাজী এজনে চৌদাপানী তৈয়াৰ কৰিছিল। সি গুচি যোৱাত চাহাবৰ আদেশমতে চিবুক শিকাই দিয়া হ'ল। মেনেজাৰৰ গাহৰি গৰালৰ কাষতেই চৌদাপানী বনোৱা সৰু ঘৰ এটা আছে। ওপৰফালে শকত ডিঙিটোৰে চেপেটা বটল এটা ছিলিণ্ডাৰৰ মুখত ভৰাই দিয়া হয়। তাৰপৰা পানীৰে সৈতে ঘূৰণীয়া মাৰ্বলৰ গুটিটো সৰি পৰে। থটক্‌। পানীবোৰৰপৰা জিৰ্‌জিৰকৈ পানীৰ বুদ্‌বুদবোৰ ওপৰলৈ উঠি আহে।

কেৰেনৰ ঘৰটো অলপ আঁতৰত। সি যেন নাজানেই, তেনে অভিনয় কৰি চিবুৱে চৌদাপানী বনোৱা ঘৰটোৰ দুৱাৰ খুলি চৌদাপানী বনোৱাত ব্যস্ত হৈ পৰিল।

টিলাটোৰ কাষৰ গাওঁখনত হঠাৎ এক আতঙ্কৰ সৃষ্টি কৰিলে। ক'লা, ফেহুবগা, ৰঙচুৱা ধোঁৱাবোৰ আকাশমাৰ্গলৈ উঠি গ'ল। অগ্নিশিখাই ঘৰটো ছানি পেলালে আৰু নিমিষতে সম্পূৰ্ণ ঘৰটো ভস্মীভূত হ'ল। ওচৰৰ গাৱঁৰ মানুহবোৰে জুই নুমাবলৈ দৌৰি আহিল। ওচৰৰ থানাৰপৰা পুলিচবোৰ দৌৰি আহিল আৰু জুই নুমাবলৈ অহা মানুহবোৰক দোষী সাব্যস্ত কৰিলে।

জ্বলি জ্বলি যেতিয়া ঘৰটো শেষ হৈ আহিল তেতিয়া সন্ধ্যা নামিছিল। অ'ত ত'ত জোপোহাবোৰৰ আঁৰত লুকাই গাৱঁৰ মানুহে ঘৰটো জ্বলি যোৱাৰ অসহনীয় দৃশ্য চাই আছিল। কোনোৱে আলিৰ দাঁতিত পুলিচৰ ভয়ত থকা নাছিল। নিজৰ ঘৰৰ বাৰীৰ পাছৰ বাঁহগছৰ আঁৰে আঁৰে, কলগছৰ আঁৰে আঁৰে মহিলা-সকলে ঘৰটো জ্বলি যোৱা দৃশ্য জুমি জুমি চাইছিল আৰু মুখত চাদৰৰ আঁচল লৈ নিঃশব্দে কান্দিছিল। কান্দোতে যাতে শব্দ নহয় ঘৰৰ মুনিহবোৰে চকু দিছিল। চকুপানীৰ টোপালবোৰ মাটিত পৰি শুকাই গৈছিল। যিসকল মহিলাৰ মুনিহ কেইজনক জুই নুমাবলৈ যাওঁতে জুই লগাই দিয়া বুলি দোষী সাব্যস্ত কৰি আলিয়েদি থানালৈ লৈ গৈছিল তেওঁলোকৰ গৃহিণীয়ে মুখত সোপা দি কান্দি কান্দি বেৰৰ ফুটাৰে জুমি জুমি চাইছিল।

কোনোবা এজনে ফুচফুচাই কৈ গ'ল—'চোৰাংচোৱা ঘূৰি ফুৰিছে। সাৱধান! কোনোৱে একো নকৰি।'

মানুহবোৰ স্থিৰ নিস্তেজ একোটা প্ৰস্তৰ মূৰ্তিৰ দৰে তাতেই থিয় হৈ আছিল। কোনোৱে একো নক'লে। চোৰাংচোৱাৰ ভয়তে কোনোৱে একো আলোচনা নকৰিলে।

চাহ বস্তিৰ মজদুৰ বৈজনাথ তাঁতী আৰু কাংচি মুণ্ডাই আহি বস্তিত উলিয়াই দিলে—'সাব্‌ধান ৰে, সাব্‌ধান! চাল্লা এইদকে দুই পল্টন চিপাহী ঢাকা চাৰছে। দুই এক দিনেৰ বাদে গোৱালপাৰা হাজিৰ হবেক। একদম হাতিয়াৰধাৰী চিপাহী। এইদকে কোই নাই বাচিবেক ৰে।'

সনন্তই তিনিওকে আগৰ ঠাইত বিচাৰি নাপাই নিৰাশ হ'ল । ওচৰে-পাজৰে বিচাৰিলে ।

ক'ত বিচাৰি পাব পাৰে এই বিষয়ে ভাবি ভাবি সি অস্থিৰ হৈ পৰিল । বস্তিৰ মানুহে কেবেনহঁতক ঘৰ জ্বলি যোৱা কথাটো কবলৈ মানা কৰিছিল । সিহঁতে সনন্তক বুজাইছিল—'কেবেন এতিয়া অসুস্থ, দুৰ্বল, মনৰ গতিও নিশ্চয় তাৰ ভাল নহয় ইফালে কথাটো শুনিলে সি যথেষ্ট আঘাত পাব আৰু হয়তো সি চাহাবৰ বঙলাটো কোনোৰে নজনাকৈ জ্বলাই দিব পাৰে ।'

সনন্তই সিহঁতৰ কথাত প্ৰতিবাদ জনাই উচ্চস্বৰে ঘোষণা কৰিলে—'মই কমেই, নকম কিয় ? সি যদি চাহাবৰ ঘৰ জ্বলাই দিয়ে দিয়ক । সেইবুলি আমি কি বহি থাকিম ? আমিনো কৰিছো কি ? সেইদিনা মৌঞ্জিহাড়াম নিজেই পলাল । আমাৰ চকুৰ সমুখত কেবেনক চাহাবৰ মালিহঁতে নি বটগছত বান্ধিলে । চাবুকেৰে কোবাই কোবাই তাক আধামৰা কৰিলে । কোনোৰে তাক বচাবলৈ নাহিল ।'

'তেনেহলে তাক বচাবলৈ তই গৈছিলি নেকি ?' ফাংচি মুণ্ডাই সুধিলে ।

'মই জানো কৈছো তাক বচাইছো বুলি ? তাক ৰক্ষা কৰিছে যদি একমাত্ৰ বাগাল আৰু দেদেৰেহে ।'

তাৰ পিছত সনন্ত তাত নৰ'ল, বন্দুৰাবোৰক বস্তিত এৰি ধনুকাঁড় লৈ সিহঁত তিনিও ক'ত থাকিব পাৰে, জোনাকৰ পোহৰত ক'ৰবাত দেখে নেকি তাকে বিচাৰিব ধৰিলে ।

টিলাটোৰ কাষৰ লুংলুঙীয়া ৰাস্তাটোৰে ওপৰলৈ উঠি গৈ গৈ পাছফালৰ বিশাল ধাননি পথাৰৰ কাষত এডাল গছৰ ওপৰত এটা টঙীঘৰ দেখি সি এনেয়ে সেইফালে যাবলৈ ইচ্ছা কৰিলে । কিজানি ঘৰটোৰ ওপৰতেই তিনিও ৰাতিটো থপিব পাৰে । টঙীঘৰটো দেখিয়েই তাৰ মনত পৰিল তাৰ এৰি অহা গাওঁখনৰ

কথা। তাৰ সেই গাওঁখনত যেতিয়া ধানবোৰ পকিবলৈ আৰম্ভ কৰে তেতিয়া পথাৰৰ কাষে কাষে বাঁহৰ ওপৰত সজা তিনিচুকীয়া ঘৰবোৰত ৰাতি ধানবোৰ বনৰীয়া জন্তুৰ উপদ্ৰৱৰপৰা ৰক্ষা পাবলৈ পহৰাদাৰবোৰ শুই থাকে। ৰাতি বনৰীয়া জন্তুবোৰ আহিলে সিহঁতে ঢোল বজায়, খালি টিন বজায়। ডাঙৰ টিনবোৰত ঢংঢংকৈ বজাওঁতে টিনবোৰ চেপেটা হৈ যায়। ঢোলৰ ডুগী ফাটি যায়। তথাপি বনৰীয়া জন্তুবোৰ তাৰপৰা পলাব নোখোজে।

টঙীঘৰটোৰ ওচৰত থিয় হৈ সি মানুহৰ কথা-বতৰা শুনিলে আৰু শুনিয়েই তৎক্ষণাৎ ধনুকাঁড় কান্ধৰপৰা নমাই বহিল।

ফৰিংফুটা জোনাকৰ পোহৰত তললৈ চকু দিয়েই দেখিলে মুৰৰ খোলাটোৰ সৈতে দীঘল মাছৰ কাঁইট এডাল। সি এটা ধাৰণা কৰিলে—হয়তো যেতিয়া পথাৰত পানী আছিল তেতিয়া মাছটো মৰিল। মৰা মাছটো কোনো মানুহ বা চৰাই-চিৰিকতিয়ে দেখা নাপালে। অৱশেষত মাছৰ মঙহখিনি পানীত পঁচি পঁচি তাৰপৰা দুৰ্গন্ধ ওলাল। এসময়ত লাওখোলাটোৰ সৈতে দীঘল কাঁইটডাল তেনেকৈ পৰি থাকিল।

দ' মাটিৰ দল্‌ফলীয়া ওখ ধানবোৰৰ কাষলৈ আঁঠুকাঢ়িয়ে সোমাই গ'ল আৰু গছডালৰ বিপৰীতে সি লুকাই থাকিল।

এটা হাঁহি শুনি সনন্তই অনুভৱ কৰিলে—এই হাঁহি কিজানি কেবেনৰ। এজনে লাহে লাহে কিবাকিবি কৈ আছে। ইজনে সিজনৰ কথা কিন্তু শুনিব নোখোজে—তেনেকুৱা এটা ভাব। কথাৰ আলোচনাৰপৰাই তাৰ বুজিবলৈ বাকী নাথাকিল কেবেন, দেদেৰে আৰু বাগাল ইয়াতেই আছে।

সিহঁতক এতিয়াই একো কোৱাটো ঠিক নহব। তাতকৈ সিহঁতে কি আলোচনা কৰে তাকে শুনাই ভাল—সি টঙীঘৰৰ তলত চোপ দি থাকি ভাবিলে।

'আমাৰ মানুহে এতিয়াও বুজা নাই যে স্বাধীনতা কেতিয়াও ভিক্ষা হব নোৱাৰে। ইংৰাজ ইমান সোনকালে ইয়াৰপৰা নাযায়।

সিহঁত গোজেই গছ হ'লগৈ। আপুনি হয়তো নাজানে—প্ৰতিটো ক্ৰিয়াৰে এটা বিপৰীত প্ৰতিক্ৰিয়া আছে। হিংসাক হিংসাৰেই লব লাগিব। আমাৰ উদ্দেশ্য বগা বঙালক মাৰি বুন্দামাৰ কৰিম। হয় সিহঁত মৰিব, নহলে আমি মৰিম। দুটাৰ এটা—'

এই মানুহজন কোন? এই কথা দেদেৰে, বাগাল বা কেবেন কোনো এজনৰেই নহয়। তেনেহলে কোন?

সনন্তৰ সন্দেহৰ মাত্ৰা বাঢ়ি গ'ল আৰু কাৰোবাক দেখা পাব পাৰে বুলি আঁতৰৰ বাঁহৰ সাঁই কেইডালমানৰ ওপৰত বগাই বগাই জোপোহাৰ নিচিনা কৰা টিকনিবৰুৱাল লতা গছজোপাৰ ওচৰত চোপ দি বহিল।

কেবেনৰ কোনোবাখিনিত খোকোজা লাগি গ'ল। সি দোধোৰ মোধোৰ অৱস্থাত অৱতীৰ্ণ হ'ল।

'কিন্তু কেৱল বৃটিছেইতো আমাক শোষণ কৰা নাই! আমাৰ মানুহেও চাহাবক বাঃ বাঃ দিছে। ৰায়বাহাদুৰ খিতাপ পাবলৈ চাহাবক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিছে। চেলাম মাৰি নিজৰ ঘৰলৈ নি বৰপীৰাত বহুৱাই বশ্যতা স্বীকাৰ কৰিছে।'— কেবেনে ধীৰে ধীৰে ক'লে।

'মই একো বুজি পোৱা নাই'—দেদেৰেই ক'লে।

কেবেনে তাৰফালে খঙেৰে চালে। তাৰ কথা কোৱা শেষ নহওঁতেই দেদেৰে তেনেকৈ কোৱা বাবে সি তাৰ বক্তব্য বন্ধ কৰি দেদেৰেৰ কথাকে শুনিলে।

'এনে ধৰণে যুঁজিলেতো অসংখ্য মানুহ মৰিব'—দেদেৰেই ক'লে।

'ময়ো আপোনাৰ কথাবোৰ বুজা নাই'—এইবাৰ বাগালেও ক'লে।

কেবেনৰ খং উঠি গ'ল।

বসন্ত কলিতাই চুৰিয়াখন কোচাই দুয়োৰে কালে চাই আন্ধাৰতে এটা মৃদু হাঁহি মাৰিলে আৰু এজন এজনকৈ আচলতে কি কৰ. বিচাৰিছে তাকে স্পষ্টকৈ কৰলৈ ক'লে।

দেদেৰে কবলৈ ধৰিলে—এই যে আপুনি বৃটিছৰ লগত অস্ত্র-শস্ত্র লৈ যুঁজাৰ কথা ক'লে, তেতিয়াহলে আমাৰ মানুহ বেছিকৈ মৰিব। চিপাহী বাহিনীৰ মুখ্যজনহে চাহাব, বাকীবোৰতো আমাৰেই মানুহ।'

'কিন্তু ভাৰতীয় পুলিচবোৰেই জানো আমাৰ মানুহক গুলিয়াই মৰা নাই ? পুলিচে আমাক বিনা অপৰাধত গুলিয়াই মাৰিলে তেতিয়া আমি কি কৰিম ? তেতিয়া আমি আমাক বচাবলৈ বন্দুক তুলি লমেই আৰু লবই লাগিব।'

বাগাল আৰু দেদেৰেই একো বুজি নাপালে। মাত্র 'ওঁ' 'ওঁ' কৈ থাকি বুজাৰ অভিনয় কৰিলে।

বাগালে এটা কথা বুজি পালে—সিহঁতক যে চাহবস্তিত কাম কৰাৰ সময়ত বৰা গাহৰিৰ দৰে ব্যৱহাৰ কৰে, সেইটো কথা বুজি পালে। এবাৰ সকতে তাৰ বাপেকে তাক কৈছিল—'মই যেতিয়া সৰু আছিলোঁ, মোৰ সেই সৰু গাওঁখনত বাতি ছুপবলৈ কাম কৰিছিলোঁ, তথাপি আমাৰ ঘৰত লঘোণ চলিছিল। জমিদাৰে কেতিয়াবা ভাত খাই থাকোঁতে মোক ডিঙিত ধৰি পথাৰলৈ মাটি চহাবলৈ লৈ গৈছিল।' এতিয়া তাৰ বাপেকৰ সলনি তাক এছিষ্টেণ্ট মেনেজাৰ ওৱাল্টাৰ চাহাবে জোতাৰে কোবাই কামৰপৰা চাটাই কৰিছিল। সেইখিনিলৈকে সি বুজিছে। বাকীখিনি বুজা নাই।

দেদেৰেক লৈ কেবেন মহা বিপাঙত পৰিল। সিহঁতে একো নুবুজিলেও বুজাৰ ভাও ধৰি নানান প্ৰশ্ন সুধি বসন্ত কলিতাক ব্যতিব্যস্ত কৰি তুলিলে।

দেদেৰেই এই কথাটো এতিয়াও বুজি নাপালে যে চাহাবে অত্যাচাৰ কৰিলে বুলিয়েই যে সিহঁতেও তাৰ প্ৰত্যুত্তৰ একেদৰেই দিব লাগিব, তাৰ কোনো যুক্তি সি বিচাৰি নাপালে। সি ভাবিলে ভৃত্যসকলে প্ৰভুক বধ কৰাটো জানো পাপ নহয় ?

এনেদৰে তৰ্ক-বিতৰ্ক চলি থাকোঁতে এক জাঁই বন্দুকৰ গুলিৰ শব্দ শুনি টঙীঘৰৰ ওপৰত থকা মানুহকেইজন স্তম্ভিত হ'ল। অতি বেছি স্তম্ভিত হ'ল সনন্ত। তাৰ মনত এক সন্ত্ৰাস জন্মিল। সি বুজিলে চিপাহীৰ দলটোৱে চাহগছবোৰ কাটি নষ্ট কৰাৰ অপৰাধত কেবেনক বিচাৰি ফুৰিছে। তাৰোপৰি ধনুৰ কাঁড়ৰ বিষ লাগি ঘোঁৰাটো আস্তাবলতে পৰি আছে, সেইটো অপৰাধৰ কাৰণ হব পাৰে।

মাষ্টৰ বসন্ত কলিতাই আন্ধাৰতে মুখত আঙুলি দি ঠাঁৰে-চিঞাৰে কিবা বুজালে আৰু ফুচফুচাই কলে—'আমি একেবাৰে পোনে পোনে গৈ থাকিম। খেতি-পথাৰখন পাৰ হলেই ডাঠ বাঁহনিৰ মাজৰ অঁকোৱা-পকোৱা ঠেক ৰাস্তা এটা পাম।'

'চিন্তাৰ কোনো কাৰণ নাই'—অভয় প্ৰদানৰ সুৰত কেবেনে ক'লে। 'ডাঠ বাঁহনিৰ মাজৰ অঁকোৱা পকোৱা ৰাস্তাটো পাৰ হলেই আমি প্ৰথমে এখন ৰাভা গাওঁ, তাৰ পিছত অসমীয়া আৰু বড়ো গাওঁ দুখন পাম। তাত মোৰ কেবাজনো চিনাকি মানুহ আছে। আপুনি বোধহয় ভাঠ্‌লি ৰাভাক পাহৰিছে। সি গুৱাহাটীৰ কলেজত আমাৰ লগতে পঢ়িছিল। সিহঁতৰ গাওঁখন ওচৰতে। কিছুদূৰ গলেই জান এটা পাম। খৰালি হোৱা বাবে এতিয়া জানত পানী নাই। অন্ততঃ তাত আশ্ৰয় এটা পাম। এতিয়া আমি টঙীঘৰটোৰপৰা নামি চুচৰি আঁঠুকাঢ়ি ধানৰ আলিয়ে আলিয়ে গৈ থাকিম।'

কেবেনৰ কথামতে সকলোৱে আঁঠুকাঢ়ি গৈ থাকিল।

সনন্তৰ হঠাৎ ভয় লাগি গ'ল। সি এতিয়া কি কৰিব? তাৰ উপস্থিতি সিহঁতে নাজানিলেই। কিংকৰ্তব্য বিমূঢ় হৈ পৰাৰ লক্ষণ দেখা গ'ল। শেষত সিও টিকনিবকৰাল লতাগছডালৰ কাষেৰে গৈ সিহঁতৰ পাছে পাছে আঁঠু কাঢ়ি গৈ থাকিল।

পুনৰবাৰ বিস্তীৰ্ণ পথাৰৰ জোনাক ধূসৰ নিস্তব্ধতা বিদীৰ্ণ কৰি আন এক জাঁই বন্দুকৰ গুলিৰ আৱাজ সিঁহতৰ কাণত পৰি চমকি উঠিল—'কি হব এতিয়া ?'

'ফাকা আৱাজ'—মাষ্টৰে বিৰবি ক'লে। 'চিপাহীবোৰে আমাৰ সন্ধান এতিয়াও পোৱা নাই, সেয়ে আমাৰ গতি-বিধি লক্ষ্য কৰিব খুজি ফাকা আৱাজ কৰি চাইছে—'

'হবও পাৰে'—আঁঠু কাঢ়ি কাঢ়ি গৈ থকা কেৰেনে ক'লে।

দেদেৰে বুজিলে, সিঁহত আৰু ইয়াত থাকিব নোৱাৰে আৰু সহজে গাৱঁলৈ উভতি যোৱাৰ আশাও কম। তাৰোপৰি লঘোণ আৰু পথশ্ৰমে তাৰ মনটো বিমৰিষ কৰি তুলিলে।

পথাৰখন পাৰ হৈ জানটোৰ ওচৰ পাওঁতেই ক'ৰবাৰপৰা এটা কুকুৰ আহি সিঁহতৰ কাষে ভুকভুকাই উঠিল। পুলিচৰ দলটোৱে ভুক্‌ভুকনিৰ অনুমান কৰি বন্দুকৰ ট্ৰিগাৰ টিপিলে।

বসন্ত কলিতাৰ সৈতে সিঁহত আগবাঢ়ি গ'ল। সনন্তই ধনুত কাঁড় এপাট বাখি কুকুৰটোলৈ চালে। কুকুৰটোৱে তাৰ ডিঙিত জপিয়াই উঠিবলৈ চেষ্টা কৰিলে। কুকুৰৰ চেহেৰা দেখিয়েই তাৰ বুজিবলৈ বাকী নাথাকিল—সেইটো পুলিচৰ কুকুৰ। বহু কষ্ট কৰি ধনুৰ গুণৰপৰা কাঁড়পাট এৰি দিলে। কাঁড়পাট কুকুৰটোৰ ডিঙি ভেদি সোমাই যোৱাত সি কুকুৰটোৰ ওপৰত জপিয়াই পৰিল আৰু চিঞৰিব নোৱাৰাকৈ মুখখন হেঁচি ধৰিলে।

সনন্তই কুকুৰটোৱে চিৰদিনৰ বাবে শুই নিঃপালি দিয়াত সিঁহতক অনুসৰণ কৰি জানটোৰ পাৰে পাৰে দৌৰিবলৈ ধৰিলে।

প্ৰায় পোন্ধৰ মিনিটমান বাট অতিকষ্টে চালুৱেদি নমাৰ পিছত সি সিঁহতক লগ পালেগৈ।

এই বাত্তি তাক সিঁহতে দেখা পাই আশ্চৰ্য্য প্ৰকাশ কৰিলে আৰু সন্দেহৰ মাত্ৰাও বাঢ়িল।

'কুকুৰটো ৰাস্তাতে খতম্ কৰি দিলোঁ, নহ'লে তহঁতৰ সৰ্বনাশ হ'লহেঁতেন'—সেহাই সেহাই সি ক'লে।

'কাৰ কুকুৰ?' সিহঁতে পুনৰ আশ্চৰ্য্য প্ৰকাশ কৰি সুধিলে।

'তহঁতে চুচৰি খেতি-পথাৰৰ মাজেৰে আহি থাকোঁতে কুকুৰৰ ভুকভুকনি শুনিছিলিনে নাই?'

'শুনিছোঁ, কিন্তু—'

'কিন্তু-চিন্তু কৈ লাভ নাই। সেইটো পুলিচৰ কুকুৰ আছিল। কুকুৰনেচীয়া বাঘৰ সমান ওখ হব। ডিঙিত চামৰাৰ পেটি লগোৱা আছিল, জিভাখন এহাতমান দীঘল।'—কুকুৰটোৰ বৰ্ণনা দি সি ক'লে।

'তেনেহ'লে এতিয়া কি কৰা যাব?' দেদেৰে ভয়ে ভয়ে সুধিলে।

'ধৈৰ্য্য ধৰিব লাগিব'—কেবেনে সংক্ষেপে ক'লে।

'তহঁতৰ লগত অহা মানুহজন কোন আছিল? ক'লৈ গ'ল এতিয়া?'

'আমাৰ লগত মানুহ থকা বুলি তই কেনেকৈ জানিলি?' কেবেনে সন্দেহেৰে সুধিলে।

'মই টঙীঘৰটোৰ তলতে বহু সময় আছিলোঁ আৰু তহঁতৰ কথাবোৰ শুনি আছিলোঁ।'

'মানুহজনৰ নাম বসন্ত কলিতা। কোকৰাঝাৰ স্কুলৰ মাষ্টৰ। গুৱাহাটীত আমি একেলগে পঢ়া। ছুপৰীয়া আমি চালুৱেদি নামি আহোঁতে তাক বাটত লগ পাইছিলোঁ। সি মোক বিচাৰিয়েই আহিছিল মোৰ তাত থাকিবলৈ। পুলিচে তাক বিচাৰি ফুৰিছে। সিহঁতে ৰেল লাইন এটা উৰাই দিছে। গতিকে পুলিচে তাক বিচাৰি ফুৰিছে। ধৰিব পাৰিলে হয়তো তাৰ ফাঁচী হবও পাৰে। এতিয়া সি গ'লগৈ। নিজকালেদি হাবিৰ মাজেৰে গৈ গৈ কোকৰাঝাৰ ওলাব।'

'ভালেই হৈছে দে, তোৰ তাত থাকিব খুজিলেও থাকিব নোৱাৰিলেহেঁতেন।'

'মানে ? বুজা নাই—'

'কোনোবাই তহঁতৰ ঘৰটো জ্বলাই দিছে। আমি সন্দেহ কৰিছোঁ চাহাবৰ মানুহে। তোৰ নামত এজাহাৰ দিয়া আছে। বৰ্তমান তই পুলিচৰ নজৰত আছ। বস্তিৰ প্ৰায় এবিঘা মাটিৰ চাহগছ কোনোবাই কাটি থৈ গৈছে। চিবুৱে তই কাটি থৈ যোৱা বুলি চাহাবৰ ওচৰত গোচৰ দিছে।'

'তই এইবোৰ কি কৈছ ?' অতি আশ্চৰ্য্য প্ৰকাশ কৰি কেবেনে তাৰ সমুখত থিয় হৈ বাট-ভেটি ধৰি শত্ৰুৰ দৰে থিয় হ'ল।

'মই সঁচাকৈয়ে কৈছোঁ, তহঁতৰ ঘৰটো কোনোবাই জ্বলাই দিছে। এই খবৰ দিবলৈহে মই তহঁতক বিচাৰি ফুৰিছোঁ।'

'আমাৰ ঘৰ জ্বলাইছে ? কিন্তু কিয় ? কি উদ্দেশ্যত ?'

সনন্তই তাৰ চকুৰে চকুৰে চাব নোৱাৰি বাঁহৰ মূঢ়াটোৰপৰা নতুনকৈ ওলোৱা বাঁহৰ গজালিটোৰ ফালে চাই থাকিল।

'মই বহু সময় এই খবৰ দিবলৈ টঙীঘৰটোৰ কাষতে থকা লতাগছবোৰৰ আঁৰত বহি আছিলোঁ। তহঁতে কিবা আলোচনা কৰি আছিলি।'

'নীলফুল ক'ত ?' অস্বস্তি প্ৰকাশ কৰি কেবেনে সুধিলে।

'কিয় তাইক দেখোন তাইৰ আপ্পাৰ ঘৰত থৈ আহিবলৈ কৈছ। মই বাভিয়েই তাইক থৈ আহিছোঁ। তাই যাবলৈ মুঠেই মান্তি হোৱা নাছিল। মই কোনোমতে বুজাইহে—'

তিনিওৰে চকুৰ পতা সেমেকি উঠিল। সিহঁত এতিয়া যাবই বা ক'লৈ, থাকিবই বা ক'ত ?

সনন্তই কেবেনৰ পিঠিত হেঁচুকি দিলে।

সি চকু দুটা বহলকৈ মেলি চালে।

'মই যাওঁগৈ এতিয়া—'

'কেনেকৈ যাবি ? সিহঁত পথাৰতেই থাকিব পায় ।'

'মোৰ কি চিন্তা আছে অ' ? কিবাকৈ যাম আৰু । ধৰা পৰিলেও মোৰ সমস্যা নাই । মই ৰাতিৰ চিকাৰলৈ অহা বুলি কম । জোনাক আছেই, দেখুৱাই দিম—জোনাকত চিকাৰ কৰি মোৰ ভাল লাগে । হাতত ধমু-কাঁড় আছেই । কি চিন্তা ? মই যাওঁগৈ—'

সনন্ত অহা বাটে ঘূৰি গ'ল ।

কেৰেনে স্পষ্টকৈ বুজিলে, সিহঁত ইয়াত থকাটো নিৰাপদ নহয় । গাওঁ এৰি অহাই বুদ্ধিমানৰ কাম ।

আঁতৰত আৰু এক জাঁই বন্দুকৰ গুলিৰ শব্দ হ'ল ।

'সেইয়া সিহঁতে ফাঁকা আৱাজ কৰিয়েই আছে । আমি তৎক্ষণাৎ ইয়াৰপৰা পলোৱা উচিত ।'

বাগাল আৰু দেদেৰেই এনেদৰে দৌৰি ফুৰাৰ ইচ্ছা প্ৰকাশ নকৰিলে । সিহঁতে চিনাকি বস্তিৰ মানুহবোৰক এৰি কেনেদৰে হাবিয়ে-জঙ্ঘলে ঘূৰি ফুৰে ? এনেদৰে মহ-ডাঁহৰ কামোৰ খাই অৰ্দ্ধাহাৰে অনাহাৰে ঘূৰি ফুৰাৰ হাবিয়াস দুয়োৰে নাই । দুয়োৰে একেধৰণৰ চিন্তা । সিহঁত এনেয়ো পৰাধীন তেনেয়ো পৰাধীন । বাস্কি অনা চাকৰৰ দৰে, কিনি অনা বন্ধাৰ দৰে । তাতকৈ চাহ-বস্তি একেবাৰে বাদ দি নিজৰ গাৱঁলৈ আহি কিবা এটা কৰাই ভাল । নীলফুলৰ আপ্পা সনতে কৈছে—তিনিও লগ লাগি শামুকৰ চূণৰ বেপাৰটো ভালদৰেই কৰিব । তাকে কৰাই দেখোন ভাল ! এনেকৈ হাৰাশাস্তি খাই মৰোঁ কিয় ?

'নদৌৰ কিয় ? পুলিচবোৰ আহি পাবই এতিয়া—'

দেদেৰে আৰু বাগাল দুয়ো দুয়োৰে চকুৰ ফালে চালে ।

'চাই থাকিলি যে ? নদৌৰ কিয় ? সিহঁত আহি পাবই এতিয়া । যাবিনে নাযাৱ ?'

'বুজিছো, তহঁতৰ যোৱাৰ ইচ্ছা নাই ? ঠিক আছে, ইচ্ছাই নাই যদি তহঁত যাব নালাগে। তহঁত নিজৰ গাৱঁলৈকে যা। বস্তিলৈ যাব নালাগে। টিলালৈও নাযাবি নিজৰ গাৱঁলৈকে গৈ কাৰোবাৰ ঘৰত থাকি কিবা এটা কৰগৈ। কিন্তু এটা কথা মনত ৰাখিবি, আমাৰ শত্ৰু ঘৰৰ মাজ-মজিয়াতে আছে। এই কথা আজি নুবুজিলেও পিছত বুজিবি—'

কেবেন তাত নৰ'ল। সৰ্বশক্তি প্ৰয়োগ কৰি ভাঠ্‌লি ৰাভাইঁতৰ গাৱঁলৈ দৌৰিবলৈ ধৰিলে।

মাজনিশা সি যেতিয়া ভাঠ্‌লিৰ ঘৰৰ সমুখ পালে তেতিয়া সমুখৰ খালটোৰ পানীবোৰ মাজনিশাৰ জোনাকত তিৰ্‌বিৰাই উঠিছিল।

ৰাতিটো সিহঁত নীলফুলৰ ঘৰতে থাকিল। পিছদিনাও দুয়ো সনতক শামুকৰ চূণ বনোৱাত সহায় কৰিলে আৰু সন্ধ্যা ঘৰৰপৰা বাহিৰ ওলাল।

জোনাক ওলোৱাৰ পিছতেই দেদেৰে আৰু বাগাল সিহঁত থকা টিলাটোৰ ওচৰ পাইছিলহি।

নৈৰাশ্যই দুয়োকে হঠাৎ আগুৰি ধৰিলে। সনতৰ কথা সঁচা। ঘৰটো ভস্মীভূত হৈছে। বাগাল ক্ৰুদ্ধ হৈ উঠিল যদিও ধৈৰ্য্য ধৰিবলৈ মনস্থ কৰিলে। সনতই ঘৰটো ভস্মীভূত হৈ যোৱাৰ কথা কৈছিল যদিও এনেদৰে ক্ষতিগ্ৰস্ত হোৱা বুলি সিহঁতে ধাৰণা কৰিব পৰা নাছিল।

সিহঁতৰ ঘৰটো য'ত আছিল তাৰে ওচৰত মাটিৰ খাপ্‌ৰি বনোৱা মানুহ কেইজনমান আছিল। এইখিনি সময়ত সিহঁতে কেঁচা খাপ্‌ৰিবোৰ পুৰিবলৈ চোকা জ্বলায়। আজি সিহঁতৰ কোনো এজন নাই। চোকাটো জ্বলা নাই।

তাৰোপৰি অইনদিনা এইখিনি সময়ত মানুহ-ছুনুহ বাহিৰলৈ ওলায়। আজি মানুহবোৰ ক'লৈ গ'ল ?—ছয়ো আশ্চৰ্য্য প্ৰকাশ কৰিলে।

হঠাৎ বিপৰীত ফালৰপৰা ছুজন মানুহ আহি সিহঁতৰ ওচৰত থিয় হ'ল আৰু দূৰলৈ আঙুলিয়াই দিলে।

জোনাকত মানুহ ছুজনৰ মুখ দেখি ক'ৰবাত দেখা যেন লাগিল। তথাপি ক'ত দেখিছিল চিনি উলিয়াব নোৱাৰিলে।

* প্ৰথম মানুহ—'বুজা নাই,—তহঁতৰ ঘৰটো জ্বলি গৈছে।'

* দ্বিতীয় মানুহ—'জ্বলা নাই অ', কোনোবাই জ্বলাই দিছে।'

'কোন ছুৰ্বৃত্ত এনে হাৰামি হব পাৰে ? কিজানি মহা-শত্ৰুৱেও এনে কাম নকৰে। ছুনিয়াত এনে মানুহো আছেনে?' বাগালে অতি নাটকীয়ভাৱে প্ৰশ্ন কৰিলে।

* চাহাবৰ মানুহে। বৰ্বৰহঁতৰ আদেশত কোনোবা কলা চাহাবে জ্বলাই দিছে।'

'চিবুৰে নে ৰৰবাবুৰে ?' বাগালে প্ৰয়োজনতকৈ অধিক জোৰেৰে চিঞৰি উঠিল।

* প্ৰথম মানুহ—'তেমেকৈ নিচিঞৰিবি'—বাগালে যিমান জোৰেৰে চিঞৰিলে মানুহজনে সিমান সৰুকৈ কাণৰ কাষত আহি ক'লে।

'সিহঁত ভাতেই আছে, মানে পুলিচৰ মানুহবোৰ'—দ্বিতীয় মানুহজনে কাণৰ কাষত ফুচ্ফুচাই ক'লে।

'তহঁত কোন আমি চিনি পোৱা নাই কিন্তু'—দেদেৰে সিহঁতৰ ফালে চালে।

ভাঠ্লিয়ে দেদেৰৰ কথা শুনি নিঃশব্দে হাঁহিলে। 'আমাক চিনি পোৱা নাই ? কচুবোৰ উভালি নিয়াৰ দিনা ৰাতি আমিয়ে আছিলোঁ। কেৱেন যে বাহিৰত বহি আছিল। তহঁতে যে শীত ভয়াতুৰৰ দৰে বাহিৰত কোনোবা বুলি ভিতৰলৈ সোমাই গৈছিলি।'

'চিনাকি পিছত হব'—অনুৰ ৰাজবংশীয়ে ক'লে। 'চিপাহীবোৰ আমাতকৈ চালাক। এনেকুৱা হবও পাৰে,—কিজানি পুলিচৰ কোনো মানুহেই তহঁতৰ ঘৰটো জ্বলাই দিছে। ঘৰটো জ্বলাই দিলে তহঁত নিশ্চয় ইয়ালৈ আহিবি। তেতিয়া বন্দুকেৰে হেঁচি ধৰি চাহগছবোৰ কটাৰ অপৰাধত তহঁতক ধৰি-বান্ধি লৈ যাব। বৰলাটৰপৰা কাঢ়া হুকুম আহিছে—তহঁতক যেনেকৈ নহওক জীয়াই জীয়াই ধৰিব লাগে—'

'কাৰণ ?' বাগালে সুধিলে।

'কাৰণ বহুতো। বস্তিত ওলাইছে—বাগিছাৰ চাহ গছবোৰ কেবেনে কাটি থৈ যোৱা বুলি। এই কথা বস্তিৰ সকলো মানুহেই জানে। চিবুৱে নিজে দেখিছে বুলিও চাহাবক কৈছে। তাৰোপৰি চাহাবৰ এটা ঘোঁৰাৰ অৱস্থা সংকটজনক। হয়তো নাবাচিব। তাৰ বাবে তহঁত দুয়োকে জগৰীয়া কৰিছে।'

'আমি নহবও পাৰোঁ ?'—(বাগালে নিজক বচাবলৈ চেষ্টা কৰাৰ আভাস।)

'হবও পাৰ, সন্দেহ কৰাত আপত্তি কি ?'—অনুৰ ৰাজবংশীয়ে মৃদু হাঁহি এটা মাৰিলে।

(খঙেৰে) 'সন্দেহ কৰিলেই হবনে ? প্ৰমাণ ক'ত আছে ?'

'সেইবোৰ পিছত হব। মুঠৰ ওপৰত সময় কম। চাহাবৰ মানুহ অহা-যোৱা কৰি আছে। পুলিচবোৰে তহঁত ইয়াত থকা গম পালেই সৰ্বনাশ। যাবলৈ ইচ্ছা কৰিলে আমাৰ লগত যাব পাৰ।'

'ক'লৈ ?'

'আমাৰ গাওঁলৈকে যাব লাগিব।'

'আমি ইয়াত থকা বুলি কোনে ক'লে ?'

'কেবেনে তহঁতক নিবলৈ পঠিয়াইছে।'

'সি ক'ত আছে ?'

'চুপ ! বাঘৰ নেগুৰেৰে কাণ খজুৱাব বিচাৰিছ নেকি ?'—অমুৰ ৰাজবংশীয়ে ভাঠ্‌লি ৰাভাক টানি আনিলে। 'সৌৱা তিনিজন চিপাহী এইফালে আহি আছে—পলা ইয়াৰপৰা তুৰন্তে—'

দুয়ো একেজাপে গৈ টিলাটোৰ কাষৰ জোপোহাটোৰ মাজত লুকাল। আস্থাহীনভাৱে, বাধ্য হৈ, দেদেৰে আৰু বাগালেও সিহঁতৰ কাষতে লুকাই থাকিল।

'চুপ-চাপ এজন এজনকৈ নামি যা। শব্দ নকৰিবি কিন্তু। শব্দ হ'লেই কুকুৰনেচীয়া বাঘবোৰে ডিঙিত কামুৰি ধৰিব। পথাৰৰ মাজে মাজে গৈ থাক। যা—যা—'

পথশ্ৰমত সিহঁত ভাগৰি পৰিছিল। পথাৰখন পাৰ হোৱাৰ লগে লগে চাৰিও ঘনাই ঘনাই চুটি উশাহ ললে।

'ভাল বাচিলি ভাইহঁত। তাত এক পল ৰ'লেই দুয়োৰে কথা বিষম আছিল। আৰু তহঁত দুয়োকে কি চুট্‌খৰে খাইছিল ? নিজৰ গাৱঁত কাম কৰিব এৰি চাহ বস্তিত দিন-মজুৰী কৰিব কোনে কৈছিল ?' ভাঠ্‌লিয়ে সুধিলে।

'তোক এইবোৰ কোনে ক'লে ?'

'কব আৰু কোনে ? কেবেনে—'

'নহয় অ' ককাই, তহঁতে নুবুজ। আচল কথা কি জান ? সকতে আপা আৰু আয়ো মৰিল। আমাৰ মাটি-বৃত্তি একো নাছিল। থকা বস্তিটোও আধিয়া দিয়া মানুহে আমাক উঠাই বেলেগক বহুৱালে। আমি দুয়ো ককাই-ভাই শেষত গৈ গছ কটা কাম কৰিলোঁ। তাতো কোনোৱে ভাল ব্যৱহাৰ নকৰে। তাৰ পিছত দুয়ো বাগানত সোমাইও সেই একেই। চালাম নিদিয়া বাবে এদিন চাহাবে থিতাতেই জোতা খুলি পিটিলে আৰু পিছদিনা কামৰপৰা চাটাই কৰিলে।'—বাগালে দুখেৰে ক'লে।

'আচ্ছা ককাই—'

'ককাই বুলি কোৱাতকৈ মাষ্টৰ ককাই বুলিয়েই কবি। ই আমাৰ গাৱঁৰ ইস্কুলৰ মাষ্টৰ। আমি তাত ইস্কুল পাতিছোঁ নহয়। ইখন ইস্কুল আৰম্ভ হ'লেই কেবেনেও তাৰ মাষ্টৰ হ'ব। এতিয়া য'ত ইস্কুলখন আমি বান্ধি আছোঁ তাতে পাছকালে সক ঘৰটোত আমি কেবেনক থাকিবলৈ দিছোঁ। বুজিছ প্ৰথমে আমাক শিক্ষাৰ প্ৰয়োজন—'

'সেইটো সঁচা কথা'—বাগালে সম্মতি জনালে।

'অশিক্ষিত হৈ থাকিলে আমি বহু কথাই বুজি নাপাওঁ। আৰু ক'লা চাহাববোৰেও আমি অশিক্ষিত হৈ থাকিলেই ভাল পায়। কাৰণ আমি অশিক্ষিত হৈ থাকিলে আমাৰপৰা কাম আদায় কৰা আৰু পৰিশ্ৰম আদায় কৰা সহজ। শিক্ষা-দীক্ষা নোহোৱাৰ বাবে আমি সদায় নিজকে সক মানুহ বুলি ভাবি থাকোঁ, আৰু সেই বাবেই আমাৰ মনত সদায় এটা 'মই বৰ সক' ভাব থাকে। শিক্ষা ললে আমাৰ মনৰপৰা সেই ভাবটো গুচি যাব আৰু তেতিয়াই আমি দুগুণ উৎসাহ লৈ কাম কৰি যাব পাৰিম।'—এজন শিক্ষকৰ সুৰেৰে মাষ্টৰ ভাঠ্‌লি বাভাই ক'লে।

'বুজিলিনে কথাবোৰ? মোৰো মনটোত সদায় 'মই বৰ সক' ভাব এটা আছিল। ছাত্ৰ-বৃত্তি পাছ কৰাৰ পিছত পঢ়াৰ ইচ্ছা নহ'ল আৰু ঘৰতে থাকিলোঁ। এতিয়া আমাৰ ভাঠ্‌লি গেজুৱেট হৈ অহাৰপৰা ইস্কুল খোলাৰ কথা কোৱাৰ পিছৰপৰাই মোৰ মনৰ উৎসাহ বাঢ়ি গ'ল। এতিয়া মই খেতিও কৰোঁ, ইস্কুলত মাষ্টৰিও কৰোঁ। মই এতিয়া ঘৰত লঘোণে থাকিলেও সদায় বেছ স্ফূৰ্তিত থাকোঁ।'—অমুৰ ৰাজবংশীয়ে দৃঢ়ভাৱে কৈ গ'ল।

দেদেৰে আৰু বাগালে কথাবোৰ শুনি গ'ল।

'তহঁতে দেখোন মনে মনে থাকিলি? কিবাকিবি ক।'

'আমি এতিয়া ক'লৈ যাম মাষ্টৰ ককাই?' বাগালে ভাঠ্‌লি বাভাৰ ফালে চাই সুধিলে।

'গাৱঁৰ ফালে যাম। এইফালে গৈ আমি প্ৰথমে এডোখৰ ডাঠ জঙ্ঘল পাম। জঙ্ঘল মানে বেতৰ জাৰণি। তাৰ পিছতে এটা ৰাস্তা, সিটো আমাৰ গাৱঁলৈ গৈছে। ৰাস্তাটোৰ কাষে কাষে তহঁতে দিনৰ পোহৰত বজাল, মকাল আৰু কাক বাঁহৰ জোপোহা দেখিলিহেঁতেন, বাঁহনি শেষ হৈ শালগছৰ হাবি পালিহেঁতেন। এতিয়া সেইবোৰ একো নেদেখ। জোনাকৰ পোহৰ ভালদৰে নপৰে। তাৰ পিছতে আমাৰ গাওঁখন। আমাৰ গাওঁ পাৰ হ'লেই ৰাজবংশীহঁতৰ গাওঁ। উপায় নাই ভাইহঁত, কিছুদূৰ খোজ কাঢ়িবই লাগিব।' মাষ্টৰে ক'লে।

'সিহঁতে কিজানি ইহঁতক আৰু ধৰিব নোৱাৰিব।' অম্বুৰ ৰাজবংশীয়ে অনুমান কৰিলে।

'তেনেকৈ কোৱা কঠিন'—মাষ্টৰে আকাশৰ জোনাকলৈ চাই ক'লে। 'পুলিচে আমাক মনে মনে অনুসৰণ কৰি আহি থাকিবও পাৰে।'

'আমাৰ যে কি হ'ল। বদমাছহঁতে ইমান অসৎ কাম কৰিব পাৰে বুলি ভবাই নাছিলোঁ।'

'বুজিছোঁ ভাই, তহঁতে এতিয়া কেবেনক থাকিবলৈ দিয়া ঘৰটোতে থাকিবি। এতিয়া ভোক লাগিছেতো? চিন্তা নাই। আমাৰ ঘৰতে তহঁতে খাবলৈ পাবি। ভাইটোৱে চিকাৰলৈ গৈছিল। তিনিটা বন কুকুৰা ধৰিছে। কোনো চিন্তাই নাই।' —অম্বুৰে গৌৰৱেৰে ক'লে।

'কেবেন এতিয়া নিশ্চয় তহঁতৰ লগতে আছে।'

'বৰ্তমান সি আমাৰ ঘৰত আছে। আজি ৰাতি মিটিং বহিব। দোভাগ ৰাতি।'

'কিহৰ মিটিং?' দেদেৰেই সুধিলে।

'পিছত জানিবি। এতিয়া আহি থাক। চাই-চিতি আহিবি। খলা-বমাৰে ভৰা ৰাস্তা। বৃটিছ চাহাবৰোৰ শালগছ কাটিবৰ

সময়তহে আছে। আহোঁতে হাতী লৈ আহে। গতিকে বাস্তা কোনে ভাল কৰিব ?'

ঢৌ খেলোৱা পাহাৰৰ তলৰ সমতলভূমিৰ কাষে কাষে জাংফাই গছবোৰ। হেমন্তকালৰ নীল আকাশৰপৰা অহা জোনাক জাংফাই গছৰ পাতবোৰত পৰি তিৰ্‌বিৰাই আছিল। চন্দ্ৰালোকিত ৰাতিৰ নিঃসঙ্গতাত কেবেন অনুৰৰ ঘৰৰ সমুখত থিয় হৈ আছিল। বিগত দিনৰ স্মৃতিয়ে তাৰ মন ভাৰাক্ৰান্ত কৰি তুলিছিল, চিন্তিত কৰি তুলিছিল নীলফুলৰ বৰ্তমান শাৰীৰিক আৰু মানসিক অৱস্থাৰ কথা ভাবি।

নাৰিকল গছৰ পাতবোৰ মৃদুভাৱে কঁপি উঠিল।

সেইকালে সিহঁত তিনিও ভাঠ্‌লিৰ ঘৰ অতিক্ৰম কৰি লাহে লাহে অনুৰৰ ঘৰৰ ওচৰ পালে।

'চাবি ভৈয়াই, তহঁতে অলপ সাৱধানে আছিবি হ'লে। বাৰিষা আমি আলিবোৰ ভাঙি দিওঁ, যাতে পানী অনায়াসে অহা-যোৱা কৰিব পাৰে। নহ'লে সকলো মানুহৰ পথাৰলৈ সমানে পানী নাযায়।'

জানটোৰ মাজত ছুই-এডোঙা পানী আছে। তাতে বাগালৰ ভৰিখন সোমাই গ'ল। সি তলৰ ফালে চাইছিল, তথাপি একো দেখা নাছিল।

শুকাই যোৱা জানটোত যে ক'ৰবাত ছুই এডোঙা পানী থাকিব পাৰে সি সেই কথা পাহৰি গৈছিল। ইতিমধ্যে অনুৰ ৰাজবংশীয়ে বন-কুকুৰাৰ মাংসৰ কথা কোৱাৰ পিছৰেপৰা সি বেছি ভোক অনুভৱ কৰিছিল। জানটোৰ পানী-বোকাৰ কথা পাহৰি গৈছিল।

'সি পিছলি পৰিবই ধৰিছিল। মইহে তাক থাপ মাৰি ধৰিলোঁ। তথাপি তাৰ ভৰিখন দ' গাঁত এটাত সোমাই গ'ল।' অসুৰে ক'লে।

'কিজানি কেঁকোৰাৰ গাঁত'—ভাঠ্‌লিয়ে ক'লে।

বাকী তিনিজনে ঢেক্‌ঢেকাই হাঁহি দিলে।

'কেঁকোৰাৰ গাঁতত ভৰি সোমালে উলিয়াই অনাটো যেনেকৈ টান, তেনেকৈ কেনেবাকৈ চিপাহীৰ হাতত পৰিলেও সিহঁতৰ হাতৰ মুঠিৰপৰা ওলাই অহাটো টান। সিহঁতো একো-একোটা কেঁকোৰা।' ভাঠ্‌লি ৰাভাই সঁকিয়াই দিলে।

'কায়দা জানিলে ওলাই অহাত অসুবিধাও নাই।' ৰাজবংশীয়ে হাঁহি হাঁহি ক'লে।

কাঠৰ দলংখনত উঠিয়েই ভৰি তুখন জোকাৰি জোকাৰি মাষ্টৰে ক'লে—'আমি মাষ্টৰৰ ঘৰ পালোহিয়েই, আৰু অলপ দূৰ যাব লাগিব।'

আটাইকেইজনে বাঁহৰ দলংখন পাৰ হৈ অহাৰ অলপ পিছতে জুইৰ পোহৰ দেখিলে। সিহঁতে বেগাই অসুৰৰ ঘৰলৈ খোজ ললে।

কেবেনহঁত লটিচ বড়োৰ ঘৰৰ ভিতৰৰ চোতালত থিয় হৈ থাকিল। খেতিয়কবোৰ অহাৰ পিছত এজন এজনকৈ বহিল। বাৰাণ্ডাত, চোতালত মানুহ ঠাহ খাই পৰিল। কিছুমানে মাষ্টৰ ক'ত ক'ত বুলি প্ৰশ্ন কৰিলে। লটিচে সুধিলে—'অসুৰ ক'লৈ গ'ল? যোৱাকালিতো তাক সোনকালে আহিবলৈ কোৱা হৈছিল।'

'সেইয়া, মাষ্টৰ আৰু অসুৰ হুয়ো নাম লওঁতেই আহি পালে।' জুমৰ মাজৰপৰা কোনোবাই ক'লে।

'সিহঁতক লগ পালিনে?' কেবেনে সুধিলে।

'লগ পালি মানে ? সিহঁতক একৰকম ধৰি লৈ অহাৰ দৰে লৈ আহিছোঁ। নাহিলে সিহঁতৰেই সৰ্বনাশ হ'লহেঁতেন। চালা বাহাঞ্চতহঁতৰ (অশ্লীল) মানুহে ওচৰতে চোপ দি থকাৰ দৰে। ঠিক তোৰ বৰষুণ বতৰত শিয়ালবোৰে ছাগলী ধৰিবলৈ চোপ দি থকাৰ দৰে। যি দেখিলোঁ চিপাহীবোৰ আমাতকৈ টেঙৰ। সিহঁতৰ তুলনাত আমি একদম বুৰ্বক। বুৰ্বক হ'লেও আজি কিন্তু চাল্লাহঁতৰ (অশ্লীল) মানুহে আমাৰ লগত পাট্টাই নাপালে। চকুত ধূলি মাৰি পলালোঁ।'

'তহঁতো তাৰ মানে কম টেঙৰ নহয়'—বগৰ কৰি কেৰেনে ক'লে।

'কিন্তু সাৱধান ভাই। চিপাহীবোৰে হয়তো তহঁতক ইয়ালৈ বিচাৰি আহিবও পাৰে। সিহঁতে তহঁতক সুদাই নেৰে। ইকালে সিহঁতৰ কুকুৰ এটাও তহঁতৰ মানুহৰ হাতত বধ হৈছে।'

'চাওঁচোন এবাৰ। ক'ৰ পানী ক'লৈ যায়। পিছে,—সিহঁত দুজন আছে ক'ত ?'

'অনুৰৰ ঘৰত। বন-কুকুৰাৰ মাংসৰ জোলেৰে ভাত খুৱাই সিহঁতক তাতে থৈ আহিছোঁ'—মাষ্টৰে ক'লে। 'কোনো চিন্তা নাই—'

'তেনেহ'লে আমি আলোচনা চলাব পাৰোঁ।'—অনুৰ ৰাজ-বংশীয়ে বাৰাণ্ডাত বহি ক'লে।

লটিচ বড়োৱে তাৰ কথাত সম্মতি জনালে আৰু দীঘল হমুনিয়াহ এটা কাঢ়ি বহি থকা তিনিওজন গাৱঁৰ মানুহলৈ চালে: 'সন্মান লাগে তোক হুঁ !'

'কি হ'ল ?' এজনে লটিচক সুধিলে।

বিদ্ৰূপৰ হাঁহিৰে 'হুঁ' বুলি উচ্চাৰণ কৰিলে আৰু ক'লে, 'ভাইহঁত শুনিছনে নাই ?'

'কি ?'

'বিলাতী চাহাববোৰ হেনো আমাৰ জমিদাৰৰ মতে বৰ ভাল। পৰোপকাৰী। কোমল অন্তৰৰ আৰু—'তামৰ পাত্ৰৰ পানীৰ দৰে বিশুদ্ধ।' মনবোৰ অতি উচ্চ। কেৱল আমিহে 'চোট মনৰ'। আমাৰ মনবোৰ পিতনিৰ নিচিনা আৰু চাহাবৰ মনবোৰ সাগৰৰ নিচিনা।'

'হঠাৎ এনে মন্তব্য দিয়াৰ কাৰণ মই বুজিছোঁ।'—হাঁহি হাঁহি মাষ্টৰে ক'লে। জমিদাৰে ৰায়বাহাদুৰ খিতাপ পাইছে। তাৰ কাৰণে এই তিনিওখন গাৱঁৰ মানুহে স্ফূৰ্তি কৰিব লাগে। আমি নাজানো বুলি ভাবিছে নেকি? যুদ্ধৰ সময়ত বাঁহৰ যোগান ধৰি লগতে গাৱঁৰ পাট গাভৰু ছোৱালী মহৰীৰ হতুৱাই নি যুদ্ধৰ চিপাহীৰ চাউনিত সোমাই দিলে। সি এটা মস্ত ঘটক। আৰু এতিয়া যুদ্ধৰ শেষত সি পালে ৰায়বাহাদুৰ খিতাপ। সেই কাৰণে আমি গৌৰৱ কৰিব লাগে। তাকে লৈ সি ধহ্‌মহাই ফুৰিছে। আৰু শুনিছনে নাই? জমিদাৰণীক সিদিনাখন আয়তীসকলে গা-পা ধুৱাই, সেন্দুৰ পিন্ধাই, হৰেক কিচিমৰ আ-অলঙ্কাৰেৰে সজাই-পৰাই, চোতালত আনি বৰপীৰাত বহুৱাই, গাৱঁৰ তিৰোতাসকলৰ দ্বাৰা সেৱা কৰাইছে আৰু এইয়ে তহঁতৰ ৰাজ্যৰ—'ৰাণী আইদেউ' বুলি চিনাকি কৰাই দি নিজকে আনফালেদি ৰজা বুলি ঘোষণা কৰিলে।'—মাষ্টৰে বিদ্ৰূপ কৰি ক'লে।

'আৰু সেইফালে লোহিতে গোটেই বছৰ পথাৰত হাল মাৰি মাৰি তিনিদিন খাবলৈ নাপাই পিৰালিত আকাশ-পাতাল ভাবি বহি আছে। আজি সি পাহাৰৰপৰা কচু আৰু বনৰীয়া কাঠআলু বিচাৰি আনি তাকেই পেটৰ ভোকত কলমলাই থকা ল'ৰা-ছোৱালী কেইটাক সিজাই খুৱাইছে। মল্লাৰ ঘৰটো ভাঙি গৈছে। চাপি এখনৰ তলত থাকি পিতনিৰপৰা গৰৈ মাছ বিচাৰি আনি তাকে পুৰি খুৱাইছে আৰু কেতুৰ ল'ৰাটো কালি ম্লেৰীয়া হৈ চিকিৎসাৰ অভাৱত মৰিল।'—অনুৰ ৰাজবংশীয়ে উচ্চস্বৰে ক'লে।

'আৰু কিবা কৈছে নেকি ?'—মাষ্টৰে সুধিলে।

'সিহঁতে কবই, কোৱাই সিহঁতৰ কাম। জমিদাৰৰ মানুহে কৈছে—মাটি জমিদাৰৰ, গতিকে সিহঁতৰ মতেহে কাম হব।'

'এইবছৰো সি একেই ফন্দী পাতিছে। ৰায়তসকলে ধান-মাহ আৰু সৰিয়হৰ ভাগ মুঠেই চাৰিভাগৰ এভাগহে পাব। বাকী জমিদাৰৰ।'

'যোৱাবছৰো এনেকুৱাকৈ চলিছিল নেকি ?' 'কেবেনে আন্ধাৰত বহি থকা মানুহবোৰলৈ চাই সুধিলে।

'ওঁ।' সকলোৱে একেলগে ক'লে।

'গতিকে আমাৰ শত্ৰুৰ শ্ৰেণী একেধৰণৰ। বৃটিছে চাহবস্তিত যেনেকৈ আমাক লুটিছে, শাস্তি দিছে, তেনেদৰে জমিদাৰে ইয়াত নিজকে ৰজা বুলি ভাবি যেনেকৈ ইচ্ছা তেনেকৈ লুটিছে। শাস্তি দিছে। গতিকে জমিদাৰ আৰু চাহাববোৰ উভয়ে আমাৰ শত্ৰু।'

'বুজিছোঁ, বুজিছোঁ'—সিহঁতে চিঞৰিলে।

'ৰায়তসকলে নিকাৰ ভুগি থাকিবই লাগিব। চাহাবে আমাক কুলী বুলি ঘৃণা কৰে, শাস্তি দিয়ে আৰু জমিদাৰে তহঁতক বন্ধা বুলি অত্যাচাৰ কৰিছে, অন্যায় কৰিছে।'

মানুহবোৰ লাহে লাহে নীৰৱ হৈ গ'ল। যেন সকলোৰে বুকুৰ স্পন্দন বন্ধ হৈ গ'ল। সিহঁতৰ চকুত ভাঁহি উঠিল জমিদাৰৰ আহি মধুসূদন ৰূপ। পৈশাচিক মনোবৃত্তিৰ ৰূপ। যোৱাবছৰ ধান কটাৰ সময়ত সকলো যেতিয়া পথাৰত কাঁচি আৰু ধানৰ লগত ব্যস্ত আছিল তেতিয়া এই গাৱঁৰ লোহিতৰ জীয়েকক বিয়াৰ পিছদিনা দোলাত উঠাই শহুৰেকৰ ঘৰলৈ ছুজন দোলাভাৰীয়ে লৈ গৈ আছিল। দোলাভাৰীবোৰে জমিদাৰক দেখি দোলা নমাই থৈ সেৱা কৰা নাছিল বাবে হঠাৎ তাৰ পৈশাচিক মনোবৃত্তিৰ তেজবোৰ মূৰত পিৰ্‌পিৰাই উঠিল আৰু মহৰীক আদেশ দিলে দোলা ৰখাই দোলাখন পামলৈ লৈ যাবলৈ।

মহৰীয়ে বাধ্য হৈ তাকে কৰিলে। দোলাভাৰী দুজনক চেলাম নকৰাৰ অজুহাতত বাটৰ কাষৰ সোৰা গছজোপাত বান্ধিলে আৰু চমটাৰে কোবাই কোবাই মিঠাতেলৰ লগত ছাই মিহলাই সেই ছাই মুখত ঘঁহি দিলে। বিয়াৰ ন-কইনা ফুলাৰে জমিদাৰৰ ভৰিত ধৰি কত অনুনয় বিনয় কৰিলে তথাপি সকলো প্ৰত্যাখ্যান কৰি……

'ফুলাৰৰ কথা পাহৰিলি নেকি ? মোহিনীৰ কথা মনত নাই ?' —অম্বুৰ ৰাজবংশীয়ে আন্ধাৰৰ মাজৰপৰা চিঞৰিলে। 'ইহঁতো দেশদ্ৰোহী, চালা ৰাহাঞ্চত' (অশ্লীল) !

'ই নেগুৰ কটা শিয়াল। অথচ তাৰ বাপেক ইয়ালৈ আহিবলৈ এতিয়াও কিজানি ত্ৰিশ বছৰ হোৱাই নাই। তাহাঁতৰ ঘৰ আছিল বঙ্গৰ ফালে। বঙ্গদেশৰ হাটবাঁধাত। তাতে চাওঁতাল-সকলক অত্যাচাৰ কৰি সিহঁতৰ মাটি-সম্পত্তি সকলো কাঢ়ি নি অজস্ৰ সম্পত্তি কৰিলে। যেতিয়া চাওঁতালবোৰে এই অন্যায়ৰ প্ৰতিবাদ জনালে সকলো মাটি-সম্পত্তি আন এজনক বিক্ৰী কৰি তাৰপৰা পলাই আহি ইয়াতে খোপনি পুতিলে। আমাৰ মাটি-বোৰ কম দামতে কিনি লৈ এতিয়া আমাকে বন্ধা কৰিলে আৰু আমি খাব নাপাই মৰিব ধৰিছোঁ। যুদ্ধত চাউল যোগান ধৰি সি কিমান টকা কৰিলে জান ?' মাষ্টৰে ক'লে।

'এতিয়া তইঁতে কি কৰিম বুলি ভাবিছ ?' কেবেনে সকলোৰে ফালে চাই সুধিলে। 'ধানবোৰ ভালদৰে পকিছেই, দুই-এদিনতে জমিদাৰে তইঁতক ধান কাটিবলৈ মাতিবই কিজানি। অহা কালিয়েই আমি কামটো কৰিব পাৰোঁ।'

'যদি অহা কালিয়েই আমাক ধান কাটিবলৈ মাতে ?'

'ঠিকেই, ৰাজবংশীয়ে হক কথাকেই কৈছে। আমি ৰাতিয়েই আৰম্ভ কৰিলে ক্ষতি কি ?'

* লাটিচ—মোৰ সন্দেহ আছে, সিহঁতে চাগে কথাটো গম পাই যাব।

* মাষ্টৰ—সিহঁতে নাজানিব আৰু জানিলেইবা কি হব ?
* অনুৰ—ঠিক আছে, ধান কাটিলোইবা, কিন্তু ধানবোৰ ক'ত থবি ?
* মাষ্টৰ—সকলোৱেই নিজৰ নিজৰ ধানবোৰ ঘৰলৈ লৈ যাবি আৰু ধানৰ সমানে আধা জমিদাৰক দিবি ।
* লটিচ—জমিদাৰে ধান এইবাৰো আমাক নিবলৈ মানা কৰিছে । ধান প্ৰথমে জমিদাৰৰ ঘৰলৈ যাব, তাৰ পিছত চাৰি-ভাগৰ একভাগ জমিদাৰে আমাক দিব ।
* মাষ্টৰ—সেইটো জমিদাৰৰ নিয়ম । যুদ্ধত চাউল বিক্ৰী কৰি জমিদাৰ বজা হৈ গৈছে । বজা হোৱাৰ লোভ কি কোনোবাই এৰিব পাৰে ? আমি জমিদাৰৰ নিয়ম-মতে নচলোঁ ।
* অনুৰ—জমিদাৰে জানো আমাৰ দৰে বক্তাৰ কথা মানি লব ?
* মাষ্টৰ—মানি নল'লেও বাধ্য কৰাব লাগিব ।
* লটিচ—তেনেহ'লে আমি এতিয়া উঠাই ভাল, সকলোৱে নিজৰ নিজৰ কাঁচি লৈ আহগৈ ।
* কেৰেন—মোৰ হ'লে তহঁতৰ কথাবোৰ অলপো ভাল লগা নাই । তহঁত ৰব বেচিজিল । হৰমুৰকৈ কোনো কামেই কৰিব নালাগে ।
* শম্ভু— কেৰেনকা, তই ঠিকেই কৈছ । জধে-মধে বাতিয়েই ধান কটাৰ সিদ্ধান্তটো লব নালাগিছিল । ভাবনা-চিন্তা নোহোৱাকৈ এতিয়া ধানবোৰ কাটি দিলোঁ, কিন্তু তাৰ ফল কি হব পাৰে আমি জানো কেতিয়াবা ভাবি চাইছো ? পিছদিনা চিপাহীবোৰে যদি আহি ধৰি বান্ধি লৈ যায় ? তেতিয়া 'বড়া ঘৰ'ৰ ভাত খাব লাগিব ।
* লটিচ—নিলেও ক্ষতি নাই । আমি বোৱা ধান আমি কাটিছো ।

* শঙ্খ— তথাপি সন্দেহ আছে। দেখিবি আমি পথাৰ পোৱাৰ আগেয়ে জমিদাৰৰ মানুহ তাত বহি আছেহি।

* লটিচ— সেই বুলিয়েই আমি কি মনে মনে থাকিব লাগিব ?

* শঙ্খ— মনে মনে থাকিবলৈ কোৱা নাই। মই ভাবিছোঁ, ইয়াৰ বাহিৰে কিবা অন্য উপায় আছেনেকি ? হুৰমূৰকৈ কোনো কাম কৰিব নালাগে।

* লটিচ— তই আমাক উপদেশ দিবলৈ আহিছ ? হবই নোৱাৰে, আমি যি কৰিম বুলি ওলাইছোঁ সেইটো কৰিমেই। কাৰো কথা আমি নুশুনো। ব'ল মাষ্টৰ—

বাকী মানুহবোৰো বহাৰপৰা উঠিল। ত্ৰস্ত খোজেৰে কাঁচি আনিবলৈ আগবাঢ়ি গ'ল কেইজনমানে। কেইজনমানে জোনাকৰ পোহৰ পৰা নাৰিকল গছৰ চিৰিলা-চিৰিলি পাতবোৰলৈ চালে। কিছুমান দোধোৰ-মোধোৰত পৰি অত্যন্ত ভাবুক হৈ পৰিল আৰু ইয়াৰ প্ৰতিফলস্বৰূপে ভৱিষ্যতৰ আভাস কেনেকুৱা হ'ব পাৰে তাকে ভাবি দুশ্চিন্তাত ভুগিলে।

'মই গৈ আছোঁ তহঁত আগবাঢ়ি যা, মই দেদেৰে আৰু বাগানৰ খবৰ লৈ গৈ আছোঁ। ঘৰটো জ্বলি গ'ল যেতিয়া থাকিবই বা ক'ত। ইমান দিনে মোৰ লগত থাকিল যেতিয়া মইও সিহঁতৰ বাবে কিবা এটা কৰিবই লাগিব।'

'সেইটো কথাৰ কাৰণে ইমান চিন্তা কৰিব নালাগে। মোৰ ঘৰতে আছে সিহঁত। বস্তিলৈকে যাবই নোৱাৰে। তহঁতৰ ওপৰত কাঢ়া নজৰ আছে।'—মাষ্টৰে ক'লে।

'কেবেন !'—বাহিৰত কোনোবাই মাতিলে।

'কোন ?'—সি তত্তালিকে সুধিলে।

কেবেনক বাহিৰৰপৰা মত্তা মানুহজন ভিতৰলৈ সোমাই আহিল—'তহঁত ইয়াতেই থিয় হৈ থাকিলি যে ?' দুবৈৰপৰাই *লটিচে চিঞৰিলে—'তহঁত কিবা মানুহ ! সিহঁত গ'লগৈ। এতিয়া*

সোনকালে আমিও যাব লাগে। আমি তাত নাথাকিলে সিহঁতে একো কৰিব নোৱাৰে।'

'ব'ল'—কেবেনে ক'লে।

এজন এজনকৈ আটাইকেইজন পথাৰৰ ফালে গুচি গ'ল।

অটব্য অৰণ্যৰ মাজত ৰাতি দোভাগ হ'লে যেনেদৰে অস্বস্তি, শঙ্কা, ভয় আৰু দুৰ্ভাৱনাই আগুৰি ধৰে তেনেদৰে একেবাৰে অচিন ঠাই এখনত আহি দুয়ো দুশ্চিন্তাত পৰিল। আলস্য আৰু ক্লান্তিত বেছিভাগ মানুহেই শুই পৰাৰ দৰে দুয়োৰে শুবৰ ইচ্ছা গ'ল। কিন্তু সিহঁত শুব ক'ত? অসুৰ ৰাজবংশীয়ে একোৱেই কৈ নগ'ল সিহঁতক।

'কেবেনৰ কথাৰ কোনো ঠিক নাই। আমাক মাতি আনি কি অৱস্থাত পেলালে? এইবোৰো একৰকম অসভ্যামি। কোনো আস্থা নাই। সিনো এনেকুৱা অচিনাকি ঠাইত আমাক বিপদত পেলাব লাগেনে?'

বাহিৰত জোতাৰ শব্দ আৰু কোনোবাই ফুচ্‌ফুচাই কিবা কথা আলোচনা কৰা শুনি দুয়োৰে বুকুৰ স্পন্দন যেন হঠাৎ তীব্ৰ গতিৰে বাঢ়ি গ'ল। চকুৰ সমুখত ভাঁহি উঠিল এক অসহায় অসহায় ভাব।

চিপাহীবোৰে কেবেনৰ ঘৰত দুই-তিনিদিন অপেক্ষা কৰিও যেতিয়া কেবেনৰ গুং-সূত্ৰ উলিয়াব নোৱাৰিলে তেতিয়া সিহঁত বিপদত পৰিল। দাৰোগাজনে বস্তিলৈ আহি কেম্প্‌বেলৰ লগত আলোচনা কৰি কেবেনৰ সন্তেদ ক'ত ক'ত পোৱা যাব পাৰে সুধিলে। ওচৰত চৌদাপানী বনাই থকা চিবুৱে আগতে মাত দিলে—'মই জানো, কেবেন ক'ত থাকিব পাৰে।'

দাৰোগাজনে চিবুৰ সহায় গ্ৰহণ কৰিলে আৰু পাঁচজন বন্দুক-ধাৰী চিপাহী লৈ তাক বিচাৰি ওলাল।

'সেইজন কোন ?' ফুচ্ফুচাই দেদেৰেই বাগালক সুধিলে। 'সেইজন চাহবস্তিৰ কেম্বেল চাহাবৰ চোৰাংচোৱা আৰু চোৰা বনোৱা চিবু হাজদা নহয়নে ?'

'হয়, হয়, সেইজন চিবু ! সৰ্বনাশ, চিপাহীবোৰো লগত আহিছে।'

দাৰোগাজনৰ সৈতে বাকী পাঁচজন চিপাহী যেতিয়া বাহিৰৰ ফৰিংফুটা জোনাকত ছয়ো দেখা পালে নিঃশব্দে সিহঁতে চুচৰি আহি ৰাজবংশীৰ ভনীয়েকৰ তাঁতশালখনৰ আঁৰত লুকাল আৰু সিহঁতৰ গতিবিধি লক্ষ্য কৰি থাকিল।

দাৰোগা দুজনৰ কাণৰ কাষত নিস্ফুট শব্দেৰে কিবা কৈ সি চোতালৰপৰা গুচি গ'ল। তাৰ পিছত চিবুৱে দুজনক তাতে এৰি বাকী তিনিজনক লৈ সমুখৰ ৰাস্তাৰে কেবেনক বিচাৰি ওলাই গ'ল। অলপ পিছতে চিবু পুনৰ উভতি আহি ঘৰটোৰ ফালে কিবাকিবি দেখুৱাই পুনৰ গুচি গ'ল।

দেদেৰে আৰু বাগালে একোৱেই ধৰিব নোৱাৰিলে। সিহঁতৰ হৃদস্পন্দন দ্ৰুত বেগে বাঢ়িল। এক গভীৰ আতঙ্কত দেদেৰেৰ চকু দুটা বহল হৈ গ'ল; কপালৰ শিৰ কোঁচ খালে।

ঘৰৰ ভিতৰত কোনো নাৰীকণ্ঠ শুনি চিপাহী দুজনৰ শৰীৰৰ উত্তেজনা হঠাৎ বাঢ়ি গ'ল আৰু বাঁহৰ দৰ্জাখনত টুকুৰিয়াই থাকিল।

অনুৰৰ ভনীয়েক সুমিত্ৰাই দুৱাৰখন খুলি প্ৰথমে বাহিৰ নোলাল, আনকি প্ৰথমে ভৰিয়েই নিদিলে মাত্ৰ দুৱাৰৰ পোলাত থৰি ডিঙিটো উলিয়াই চালে। তাই ভাবিলে, কিজানি বাৰাণ্ডাত শুই থকা মানুহ দুজনৰ (দেদেৰে আৰু বাগাল) কিবা অসুবিধা হৈছে আৰু সেই কাৰণেই বেৰত টুকুৰিয়াইছিল।

হঠাৎ তাইক কোনোবাই সাৱটি ধৰিলে, তাই উমানেই নাপালে। তাই সৰস পৰা মানুহৰ দৰে সমুখলৈ একখ্যানে

চালে। তাৰ পিছত সংজ্ঞা পোৱাত চিঞৰিব খুজিও চিঞৰিব নোৱাৰিলে।

এজন চিপাহীয়ে তাইৰ মুখত চিঞৰিব নোৱাৰাকৈ হাতখনেৰে হেঁচি ধৰিলে। এইবাৰ তাইৰ সংজ্ঞা ভালদৰে ফিৰি অহাত সৰ্বশক্তি প্ৰয়োগ কৰি চিঞৰিব খুজিলে যদিও মুখত হাতখন থকা বাবে সুমিত্ৰাই সেই চেষ্টা ফলপ্ৰসূ কৰি তুলিব নোৱাৰিলে। নাকেৰে চুটি চুটি উশাহ লৈ উস্-আস্ কৰাৰ বাহিৰে একোৱেই কৰিব নোৱাৰিলে। তাইৰ কলিজাৰ স্পন্দন পুনৰ দ্ৰুতগতিত বাঢ়ি গ'ল। দুশ্চিন্তাত তাই একোনাই হৈ পৰিল আৰু ভবি দুখনেৰে পাৰ্য্যমানে চিপাহী দুজনৰ মুখত লঠিয়ালে।

দুয়ো সুমিত্ৰাক বাৰীৰ কালে থকা খেৰৰ পুঁজিটোৰ ওচৰলৈ লৈ আহিল আৰু তাইক নিৰাভৰণ কৰিবৰ দুঃসাহস কৰোঁতেই আঁতৰৰপৰা দেদেৰে আৰু বাগালে এই পাশৱিক অত্যাচাৰ সহ্য কৰিব নোৱাৰিলে। ওৱাৰ্ণ্টাৰ আৰু কেম্প্‌বেলে কেবেনৰ ওপৰত কৰা অত্যাচাৰ সহ্য কৰিব নোৱাৰি ধনু-কাঁড় তুলি লোৱাৰ দৰে আজিও দুয়ো প্ৰচণ্ড সাহস অনুভৱ কৰিলে আৰু চকুৰ ঠাঁৰেৰে ইজনে সিজনৰ মাজত কিবা এক ভাবৰ আদান-প্ৰদান কৰি খুব সন্তৰ্পণে আৰু খুব সঙ্গোপনে খেৰৰ পুঁজিটোৰ ওচৰলৈ আহি একে নিমিষতে থাপ মাৰি বন্দুক দুটা লৈ চিঞৰি উঠিল—'সাৱধান!'

চিপাহী দুজনে এনে পৰিস্থিতিৰ সমুখীন হব লাগিব বুলি কোনো মুহূৰ্ততে ভবাই নাছিল।

বেগাৰ্ৰোগিকৈ চিৰু কোনোবা কালৰপৰা সোমাই আহি চিপাহী দুজনক আগৰ ঠাইত নাপাই যৰৰ পাছফাললৈ সোমাই আহিল।

'সাৱধান, তাইক তঁতে এৰি দে—'

সুমিত্ৰাই বাৰীৰ কালে দৌৰি আন্ধাৰত লুকাই থাকিল।

চিৰুৱে সুমিত্ৰাক নেদেখিলে, মাত্ৰ সাৱধান শব্দটো শুনিলে।

'কাক সাৱধান কৈছ বে সেদেবে ?'

আচৰিত হৈ ছুয়ো চিবুলৈ চালে ।

'বন্দুক চালাইতে জান ? কুলীৰ বাদচাহ কি বন্দুক চালাইতে জানে ? আবে, বন্দুক চালাইতে জানে চিপাহী লোক, বন্দুক চালাইতে জানে আমি । আমি কেম্বেল, ওৱাণ্টাৰ চাহাবৰ চেলা । তুই লোগে কি জানবিছ বে—'

বাকী চিপাহী ছুজনে পাছফালৰপৰা আহি ছুয়োৰে হাতৰ পৰা বন্দুক ছুটা কাঢ়ি লৈ গ'ল ।

সিহঁত ছুয়ো নিমিষতে নিৰস্ত্ৰ হৈ পৰিল আৰু এক যন্ত্ৰণাময় ছুঃসময়ৰ বাবে অপেক্ষা কৰি থাকিল । দেদেবে আৰু বাগাল এইবাৰ শলঠেকত পৰিল । ছুয়োৰে বুজিবলৈ বাকী নাথাকিল, নিজৰ ভুলৰ বাবেই এতিয়া আৰু চিপাহীবোৰৰ হাতৰপৰা পলাই সাৰিব নোৱাৰে । যেন এটা বৃত্তৰ ভিতৰত ছুয়ো সোমাই পৰিছে ; সেই বৃত্তৰ পৰিধিলৈ ওলাই আহিলেই সিহঁত চিপাহীৰ হাতত বন্দী ।

'দে চালা আভি বন্দুক চালা—নিমখহাড়ামৰ বাদচাহ ।'

বিকট হাঁহিৰে বন্দুক ছুটা পুনৰ চিপাহীকেইজনৰপৰা লৈ বন্দুকৰ নল ছুটা ছুয়োৰে ফালে আগুৱাই দিলে—'হেণ্ডছ আপ !'

হেণ্ডছ আপ মানে কি দেদেবে আৰু বাগালে নুবুজিলে আৰু আগৰ দৰেই থিয় হৈ থাকিল আৰু প্ৰাণৰ আশঙ্কাত ছুয়োৰে মন কঁপি উঠিল ।

হেণ্ডছ আপ !' চিপাহী ছুজনে চিঞৰিলে ।

'হেণ্ডছ আপ মানে কুলীলোগ কি বুজিবেক । মই ভী কুলীৰ বাচ্চা । কিন্তু চিবু ইংৰাজী সমঝি পায় বে । হেণ্ডছ আপ মানে ছুই হাত কাপুৰুষেৰ মতন ওপৰ উঠাইতে লাগবেক ।'

'হেণ্ডছ আপ ।'

'আবে কি দেখিছ বে ? হাত উঠাইতে লাগে, নাই জানিচ ?'

(ইংৰাজী জানিলে তুই কি বৰ মানুষ ? তুই ভী কুলীৰ বাচ্চা, আমি ভী বায়ন্তেৰ বাচ্চা। তোৰ আমাৰ কি তফাৎ আছে ৰে ? আমি অসমীয়া ভাল কৰে জানিচ। ইংৰাজী নাই জানিলেই কি চোট্ট মানুষ ?—দেদেৰে মনে মনে এনেকৈ ভাবিলে যদিও একো নক'লে।)

'হেণ্ডছ আপ'—(চিপাহী ছজনে প্ৰয়োজনতকৈ অধিক জোৰে চিঞৰিলে)।

'হাত উঠা'—চিবুৱে ক'লে

'ঘূৰ।'

দেদেৰে আৰু বাগালে তাকেই কৰিলে।

'ঘূৰ।'

দেদেৰে আৰু বাগাল উভয়কে পাছফালে বন্দুকৰ নলী হুটাৰে হেঁচি চিপাহী পাঁচজনেৰে সৈতে দাৰোগাক বিচাৰি তাৰপৰা ওলাই গ'ল।

ৰাতিয়েই ধান কাটিব বুলি খবৰ পাই পথাৰলৈ গাৱঁৰ মানুহবোৰ অহাৰ আগেয়ে জমিদাৰৰ লগুৱাকেইজন লাঠি লৈ কঞাঁ বনৰ কাষত চোপ দি আছিল।

সিহঁত আহি পথাৰলৈ নামিবলৈ ওলাইছে, এনেতে সিহঁতে এটা অসহায় অসহায় চিঞৰ শুনি স্তম্ভিত হৈ পৰিল।

'কিবা এটা হৈছে'—মানুহবোৰে আলোচনা কৰিলে।

'মা-ষ্ট-ৰ-কা, ও মাষ্টৰকাকা—'

মাষ্টৰে চিঞৰ শুনিয়েই কোনফালৰপৰা এই চিঞৰটো আহিব পাৰে জানিবলৈ ব্যগ্ৰ হৈ উঠিল। মনৰ উদ্বিগ্নতা বাঢ়িল। ধানৰ ডাঙৰি বান্ধিবলৈ অনা তমাল কাঁচি সামৰি-সুতৰি ললে।

লটিচ, মাষ্টৰ আৰু অপুৰ তিনিও আগবাঢ়ি গৈ থাকিল। কেবেনে একেধ্যানে চিঞৰটো অনুকৰণ কৰিলে। হতাশা আৰু উদ্বিগ্নতাই তাৰ সমগ্ৰ সত্তাক আগুৰি ধৰিলে। আকাশলৈ চালে।

জলৰ মাজে মাজে বাত্তিৰ চৰাইৰ শব্দ, মানুহৰ কথা-বতৰাই তাক জুমুৰি দি ধৰিলে।

ইফালে দুবৈত কোনোবাই এতিয়াও মাষ্টৰ মাষ্টৰ বুলি চিঞৰি ভাগৰি পৰিছে। মাতত উদ্বিগ্নতা আৰু হতাশা।

'এই মাতটো আমাৰ ঘৰৰ ওচৰত থকা খেতোৰ মাত যেন লাগিছে'—অসুৰ ৰাজবংশীয়ে অনুমান কৰি ক'লে। কিজানি আমাৰ ঘৰতেই কিবা গণ্ডগোল লাগিব পাৰে। ভনীজনীক ঘৰত অকলে থৈ আহি ভাল নকৰিলোঁ। ভাইটোৱে চিকাৰলৈ গৈছে। বাত্তি সি উভতি নাহে। ছেঃ!'

খেতোৱে দৌৰি আহি সিহঁতৰ ওচৰ পালে আৰু ঘনাই উশাহ ল'লে। সি দৌৰি দৌৰি ভাগৰি পৰিছিল আৰু চুটি চুটি উশাহ লোৱাৰ বাহিৰে একো কৰ পৰা নাছিল।

## ছয়

বাকী মানুহবোৰ অধৈৰ্য্য হৈ পৰিছিল। দুঃচিন্তাই সিহঁতৰ মনবোৰ আৰু বেছি বিষাক্ত কৰি তুলিছিল। শান্ত-সৌম্য-স্থবিৰ প্ৰকৃতিৰ বুকুত উচ্ছল পাহাৰী নিজৰাটো বৈ আছিল। শব্দবোৰ বাৰে বাৰে সিহঁতৰ কাণত পৰিছিল। যেতিয়ারে ইয়ান তীব্ৰবেগে দৌৰি কিয় আহিবলগীয়া হ'ল এই চিন্তা কৰি থাকোঁতে সি পাহাৰী নিজৰাৰ উচ্ছল শব্দৰ অস্তিত্বও পাহৰি পেলালে।

'সেই মানুহ দুজনক চিপাহীবোৰে বান্ধি লৈ গ'ল। চিপাহীবোৰে বন্দুক লৈ আহিছিল। সুমিত্ৰা বায়ে কোনোমতে সিহঁতৰ হাতৰপৰা নিজকে বচাই বাৰীয়ে বাৰীয়ে আহি আমাৰ ঘৰত আছেহি—। সিহঁত বৰ অসভ্য—। মই বিচাৰিলোঁ, কিন্তু সিহঁতক ক'তো নাপালোঁ। তইহঁতৰ ঘৰটো এতিয়াও খোলাই আছে। তাতেই আছে হৰপায়। মোৰ অকলে সোমাবলৈ ভয় লাগিল। সেই কাৰণেই নোসোমালো—কেম্পত থকা ৰুগীয়া আঘাত পোৱা সৈনিকৰ দৰে সেহাই সেহাই ক'লে যেতিয়ারে।

কোনোৱে কাৰো কালে নাচালে আৰু যান্ত্ৰিকভাৱে সকলোৱে অনুৰ ৰাজবংশীৰ ঘৰলৈ দৌৰিবলৈ ধৰিলে। মানুহবোৰ যেন হঠাৎ সচকিত হৈ উঠিল। আকাশৰ উন্মুক্ত জোনাকত মুখৰিত নিশাৰ চৰাইৰ কলৰৱ, উচ্ছসিত নিজৰাৰ পানীৰ ধাৰা যেন হঠাৎ স্তব্ধ হৈ উঠিল। মানুহবোৰ যেন আৰু বৈ নাথাকে। ইয়াৰ প্ৰতিশোধ যেন সিহঁতে লবই।

অনুৰৰ সন্মুখত সুমিত্ৰাই সম্পূৰ্ণ বৃত্তান্ত বিৱৰি কৰ নোৱাৰিলে। শঙ্কৰ একাষৰীয়াকৈ মাতি নি সকলো কথা নিৰ্ভীকভাৱে ক'লে। তাই যে সিহঁতৰ হাতৰ মুঠিৰপৰা কেনেকৈ ভাৰি পলাল সেইটো ভাবিলে তাইৰ নিজৰে আচৰিত যেন বোধ হয়। তাই ইয়াকো

ক'লে—চাহবস্তিৰপৰা অহা বন্ধুৰা দুজন নাথাকিলে তাইৰ হয়তো সম্পূৰ্ণ সৰ্বনাশেই হ'লহেঁতেন।

সকলো হঠাৎ উত্তেজিত হৈ উঠিল। এই সম্পূৰ্ণ ঘটনাৰ বাবে সিহঁতে দোষী সাব্যস্ত কৰিলে কেবেনক। কেবেন আহিবৰেপৰা গাৱঁত অশান্তি বাঢ়িহে গৈছে। লটিচ, ভাঠ্লি, অনুৰহঁতক জমিদাৰৰ বিপক্ষে উচটাই দিয়া বুলিও সিহঁতে কেবেনক দোষী সাব্যস্ত কৰিলে।

সিহঁতে ক'লে—'আমাৰ নিজৰ মাটি নাই, জমিদাৰে তেওঁৰ খুচিমতেই ধান দিব বাক নিদিলেও আমি একো কৰিব নোৱাৰোঁ। জমিদাৰ প্ৰভুৱে তেওঁৰ খুচিমতেই আমাক ধান দিব।'

ফানিংকাই সৰ্বশক্তিৰে চিঞৰিলে—'আচলতে আমাৰ পাপ হৈছে। আমি নিমখ খাই গুণ নোগোৱা মানুহ। হাৰামীৰ একচেচ। তহঁত চব চুইগুলাৰৰ দল। কি যুক্তিত আমি এই ৰাতিয়েই ধান কাটিবলৈ যাব লাগিছিল! আৰু এই মাষ্টৰ, ই বেটা কম নহয়। সকলোতে পণ্ডিতালি কৰে। ইস্কুল খুলিছ ভালেই কৰিছ, ইস্কুলতে থাক। এইচব ফাইজলামি ভাল নহয়।'

ভাঠ্লি ৰাভাই ফানিংকাৰ কাণে চাই ঢেকুঢেকাই হাঁহিলে।

ফানিংকাৰ খং এইবাৰ বাঢ়ি গ'ল—'এই চুইগুলাৰৰ দল। 'ফাইজলামিথন' এৰ। তহঁতে ক-ম দুটা শিকিলি বুলিয়েই সৰ্ববিদ্যা বিশাৰদ হলিনে? তহঁতেই ক, কোনদিনা এনেদৰে আমাৰ গাৱঁৰ ছোৱালীক মুখত সোপা দি ঘৰৰপৰা উলিয়াই নিছিল?'—অতি অশ্লীল ভাষাৰে ফানিংকাই সুধিলে। 'কোনো পাষণ্ডই গাৱঁতেই সোমাব পৰা নাছিল। এতিয়া সোমাইছে। আমাৰ ঘৰত সাপে বাহ লৈছে। শত্ৰু মাজ-মজিয়াত, আমাৰ আৰু এইবাৰ কোনোপধ্যেই ৰক্ষা নাই। এই পাপৰ মুক্তি নাই। আমি ঘঁৰিয়ালৰ পেটলৈ সোমাই গৈছো, কিন্তু ওলাব নোৱাৰোঁ। ক তহঁতেই ক, আমাৰ পাপ হৈছেনে নাই? ভাবি চা, আমিও

ধান কাটিবলৈ পথাৰত নামিব ধৰিছোঁ, পাষণ্ডইঁতে সুমিত্ৰাক অত্যাচাৰ আৰম্ভ কৰিছে।'

'কেৱেন ভাই, তোক মই আগতেই কোৱা নাছিলোঁ? জমিদাৰৰ বিপক্ষে মাত মাতিলেই আমাৰ অমঙ্গল হবই। তই ইয়াৰপৰা গুচি যাগৈ—'

'কেৱেন ক'লৈ যাব? সি এতিয়া আমাৰ স্কুলৰ মাষ্টৰ। কেইদিনমান পিছতেই স্কুলখন সম্পূৰ্ণ হব। হ'লেই আমি স্কুল আৰম্ভ কৰিম। তই যাব ক'লেই হব নেকি? আমি তাক ইয়াত মাষ্টৰি কৰিবলৈ মাতি আনিছোঁ।'

'কেৱেনক দোষাৰোপ কৰাটো তোৰ ভুল হৈছে ফানিংকা।'—মাষ্টৰে ক'লে। 'জমিদাৰে আমাক ঠগাই আহিছে। মাটিবোৰহে জমিদাৰৰ। কিন্তু খেতি কৰিছোঁ আমি। আৰু জমিদাৰে মাটি কেনেকৈ নিজৰ বুলি ক'লে? নে জমিদাৰে জন্মৰ সময়ত মাটিৰ দলিলখন হাতত লৈ আহিছিল?'

অইনদিনা ফানিংকাই যি কোনো কথা ক'লেই হাঁহে। আজি কিন্তু ফানিংকাৰ কথাত কোনোৱে নাহাঁহিলে। আদেশৰ সুৰত ক'লে—'আমি সেইচব একো নাজানো। তাক সোনকালে গাওঁ এৰি যাবলৈ ক।'

কেৱেনে হঠাৎ এক পৰিস্থিতিৰ বাবে প্ৰস্তুত নাছিল আৰু দুই-এখোজকৈ আগৰ ফালে গৈ থাকিল।

'ৰ'ল আমি ইয়াত নাথাকোঁ'—ফানিংকাই দৃঢ়তাৰে ক'লে। 'সুমিত্ৰাৰ খবৰটো গাওঁবুঢ়াক জনাওঁগৈ। সি যি কৰে কৰিব। আজি সুমিত্ৰাৰ এনে হ'ল, কালিলৈ আন এজনীৰ হব। আমাৰ চকুৰ আগতে এইবোৰ ঘটি থাকিব আৰু আমি চাই থাকিম? নহব, সেইটো হ'বই নোৱাৰে। ৰ'ল আমি এতিয়াই যাওঁ।'

ফানিংকাৰ লগে লগে সিহঁতে গাওঁবুঢ়াৰ ঘৰলৈ খোজ ল'লে।

'মই যাওঁগৈ ভাই'—কেৱেনে ক'লে।

'তই যাবি ? ক'লৈ ?' মাষ্টৰে কেৰেনক সুধিলে।

'যাম আৰু কোনোবাফালে। ইয়াত এক দণ্ডও থকা উচিত নহয়। তইঁতৰ মানুহে মোক সহজভাৱে লব পৰা নাই আৰু নলবই। সিহঁত অবুজ—।' সি ক'লে।

কেৰেনে নিজে নিজে অনুভৱ কৰিলে এতিয়া এনেকুৱা হবই। মহাযুদ্ধৰ পিছৰ ছোৱা এনেকুৱাই। হয়তো মানুহবিলাকৰ মাজত ভয় সোমাইছে। অন্ধবিশ্বাসবোৰে গা কৰি উঠিছে সৰ্বাত্মকভাৱে। যেতিয়ালৈকে অন্ধবিশ্বাসবোৰ গাৰঁৰ মানুহৰ মাজত থাকিব, তেতিয়ালৈকে সি একো পৰিবৰ্তন কৰিব নোৱাৰে। হয়তো মানুহৰ মাজত এক অনিশ্চয়তাৰ ভাবে দেখা দিছে আৰু সমাজত অস্থিৰতাই সৃষ্টি কৰিছে ভাঙনমুখী আন্দোলন।

'এই সময়তে স্কুলখনৰ বৰ প্ৰয়োজন'—মাষ্টৰে ক'লে।

'একে কথাকেই ময়ো ভাবিছোঁ। চৰসে ভাল কথা কি হ'ব জান ? দিনত ল'ৰা-ছোৱালীক পঢ়ুৱাই, ৰাতি আদহীয়া মানুহখিনিকো পঢ়ুৱাব লাগিব। নহ'লে মানুহখিনিয়ে আমাক কেতিয়াও সুবুজে আৰু বুজিবলৈও চেষ্টা নকৰে'—কেৰেনে ক'লে।

'সিহঁতে চাগে আমাক সন্দেহ কৰিছে অন্য ধৰণে। স্কুলৰ প্ৰয়োজন আমি যেনেদৰে লৈছোঁ সিহঁতে লোৱা নাই। গাওঁবুঢ়াৰ উপদেশকে সিহঁতে উৎকৃষ্ট বুলি ভাবে। কিন্তু এইটো ঠিক, গাওঁবুঢ়াৰ দিন উকলিবই লাগিব আৰু তোক বা মোক এদিন নহয় এদিন বিচাৰিবই লাগিব।'—আবেগপ্ৰৱণভাৱে মাষ্টৰে ক'লে।

'তই যাব নালাগে। আমি সিহঁতক বুজাম।'

'তইঁতে ক'লেই নহব। মই কিছুদিনৰ কাৰণে হ'লেও ইয়াৰপৰা যাবই লাগিব '

'এতিয়া আপেক্ষা কৰ। বাতিপুৱা যদি মানুহবোৰে তই ইয়াৰপৰা যোৱাটোকে বাঞ্ছা কৰে, আমি তেতিয়া কানিংকাৰু অন্য ধৰণে বুজাই কম।'

'তথাপিতো মই যাবই লাগিব। সেদেৰে আক বাগানক বিচাৰিবই লাগিব। চিপাহীবোৰে তুয়োকে ক'লৈ নিলে মই সেই খবৰ জানিবই লাগিব। তইতো এতিয়া যাগে। মই ৰাতিপুৱা তইঁতক লগ ধৰিম।'

## সাত

ঢৌ খেলোৱা পাহাৰৰ বুকুৰপৰা নিগৰি সমতললৈ বৈ অহা নিজৰাৰ বুকুত পূবেৰুণ দিলে। কেঁচাহালধি ৰঙৰ দৰে সূৰ্য্যৰশ্মিৰে আলোকিত জুৰিটো এসোঁতা সোণালী ধাৰাৰ দৰে তিৰ্‌বিৰাই উঠিল। কাষৰ বননিডৰা এতিয়া চৰাইৰ গীতেৰে মুখৰিত। উন্মুক্ত আকাশৰ তলৰ বনৰীয়া ফুলৰ সৌন্দৰ্য্যক জ্যোতিষ্কাৰ কৰি তুলিলে পূবেৰুণৰ কেঁচাহালধি ৰঙৰ আলোকে।

খৰিকাজাঁই ফুলৰ জোপোহাৰ মাজৰপৰা এহাল শালিকা চৰাই উৰি আহি মৌজাদাৰৰ চাংবাংলাৰ সমুখৰ বৃহৎ পথাৰখনৰ কাষৰ ইকৰাডৰাত পৰিল। ইকৰাডৰাৰ কাষত থকা মৌজাদাৰে খন্দা বৃহৎ খালটোৰ কাষত ইতিমধ্যে গাৱঁৰ জীয়ৰী-বোৱাৰীৰে ভৰি পৰিছে। চৰাইৰ গীতেৰে মুখৰিত ঠাইডোখৰৰ এই খালত নামি অৰ্দ্ধনগ্ন বোৱাৰীয়ে চিৰিপ চিৰিপকৈ মুখৰ পানী পেলাই চিলনি সাঁতোৰ, উল্টা সাঁতোৰ দিছে। ইকৰাৰ আঁৰত বহি কোনোবা গাভৰুৱে বাল্টিঙত পানী আনি খলিহৈৰে মুখ ধুইছে, ৰ'দত বহি টেল-টেঙা ঘঁহিছে, ম'হৰ শিঙৰ ফণীৰে, মকাল বাঁহৰ ফণীৰে মূৰ ফণিয়াইছে, ওকণি চাইছে। এটা গৰুৱে মুখ মেলি পানী খাইছে। বলৰামৰ আয়েকে মাটিকাঁহুৰী বন আৰু ছাই এসোপামান লৈ বাচন মাজিছে আৰু হৰ-হৰাই নামি গৈ সেইবোৰ সেই পানীতে জুবুৰিয়াই জুবুৰিয়াই ঘঁহি-পিহি ধুইছে। ওপৰফালে, তলফালে চিঞঁা, মাজত বিয়াগোম ঢোল যেন উখহি উঠা পেটটোৰ ফালে চাই এহাতেদি বাচন ধুই থকা আয়েকৰ কান্ধত ভেজা দি বলৰামৰ কনিষ্ঠ ভায়েকে জলাশয়ত চৌ-চৌৱাই প্ৰস্ৰাৱ কৰিছে। কৰ্ম্মিণীৰ মাকে সকটো পুতেকৰ নাকেদি ওলাই অহা সেঙুনবোৰ জোকাৰি পেলাই দিওঁতে পানীত পৰে। শুকান পাতবোৰ বতাহত উৰি আহিও পানীত পৰে

মেলেৰীয়া বোগত তিনিমাহ ভুগি এতিয়া ভোগেশ্বৰ ৰাজবংশী উঠি ফুৰিব পৰা হৈছে। তথাপি দুৰ্বল। কাঁহ, পানীলগা চলিয়েই আছে। এইমাত্ৰ ক'লা তুলসীৰ পাতৰ ৰসৰ লগত নিমখ মিহলাই খাই বিচনাৰপৰা উঠি আহি আগচোতালত বহি আছে। যক্ষ্মাত যোৱা দুবছৰে ভুগি থকা হৰমোহন ৰাভা আৰু জুবমন। কলিতাৰ অৱস্থা বেয়াৰ ফাললৈ গৈছে। জুবমনক গৃহিণীয়ে সিজুপাতৰ ৰস নিমখৰ লগত খুৱাই কৈছে—'ধুলি ওজাই সোনকালে ভাল হৈ যাব বুলি মোক দেখোন বাৰে বাৰে কৈছিল। কিন্তু...'

ৰাতিপুৱাই থাৰ্মমিটাৰ লৈ জুবমন কলিতাৰ ফালে চাই পাদুৰী চাহাব ফাদাৰ জেমছ্ বাৰ্জেছে সতৃষ্ণ নয়নেৰে ব্যৱসায়িক হাঁহি এটা মাৰিলে আৰু গদগদ্ স্বৰে কৈ গ'ল—'কুছ চিন্তা নাই কৰিবে কলিতা, Jesus will save you, যীচুৱে সব্‌কো উদ্ধাৰ কৰিবে। পাপ কৰিলে ভী তুমালোগকে ক্ষমা কৰিবে, লেকিন তুমালোকৰ গদ্ শ্ৰীকৃষ্ণ আচ্ছা নাই আছে, ও ভ্যাৰী কনজাৰভেটিভ আছে। পাপ কৰিলে ভী লৰ্ড শ্ৰীকৃষ্ণ তুমালোকক ক্ষমা নাই কৰিছে। বিমাৰ ভী নাই কমিবে, ও বৰা ছেলক্ কনছাছ গদ্ আছে, খটব্‌নক আছে। ঐ শাস্তি দি মজা পায়। ইস্ কাৰণমে যীচুকে মানিবে। যীচু তুমাৰ চব বিমাৰ ভাল কৰিবে। বিনা পইচাই চিকিৎসা পাবে। দেখিবে, within six months তুমি ভাগ্‌ৰা বনি যাবে।'

পাদুৰী চাহাব ফাদাৰ জেমছ বাৰ্জেছে ক্ৰছভালত স্পৰ্শ কৰিলে আৰু গুণগুণাই ইংৰাজীত প্ৰেয়াৰ কৰিলে।

মাউধাৰ ঘৰত চাউল এটাও নাই। সি পিৰালিত বহি আছে। মাউধা গৃহিণীয়ে ল'ৰাটোৰ কান্দোন সহ্য কৰিব নোৱাৰি ওচৰত থকা টেকীথোৰাটো লৈ আহি পিৰিয়েকক মাৰিবলৈ উদ্যত হৈ পৰোঁতেই চন্দ্ৰ বড়ো সোমাই আহি—হেঃ হেঃ অধৰ্ম। অধৰ্ম। স্বামীক ? নাপায়, নাপায়। নোৱা

আই, ল'ৰাটোৱে 'মইনাৰ' পাছ কৰিছিল নহয়, সি টাউনৰ কাছাৰিত চাকৰি এটা পালে। এমোন চাউল সি সিপাৰৰপৰা লৈ আহিছিল। তাৰে পাঁচ সেৰমান দিলো। মানকচু কেইটা-মানো আছে—'

মাউথা ৰাজবংশীয়ে আনন্দতে চকুলো টুকি পীৰাখন আগুৱাই দিলে—'বহ।'

পুহৰি পুহৰি পুৱাতেই জমিদাৰে শোৱাপাটি এৰি গা-পা ধুই ব্যক্তিগত চণ্ডী মন্দিৰত সেৱা কৰি ব্যক্তিগত পুৰোহিতৰ আশীৰ্বাদ লৈ চ'ৰাঘৰত আৰামী চকীত বহিল। সমুখত বহল পথাৰখনত ব্যস্ত হৈ পৰা গাঁৱৰ মানুহবোৰলৈ চালে।

জমিদাৰৰ বন্ধা বলভদ্ৰই সোণ-ৰূপ খটোৱা পিতলৰ গুৰগুৰীটো ৰৰপীৰাৰ ওপৰত থলে আৰু ৰবৰৰ নলীডাল মৌজাদাৰৰ হাতত তুলি দি সি গুচি গ'ল।

গুকক গুক-ক-ক-ক-গুকক। মলা ধপাতৰ ধোঁৱাই চ'ৰা-ঘৰটো ছানি পেলালে।

আজিতো মৌজাদাৰৰ লগত পাশা খেলাৰ দিন। কিন্তু এতিয়ালৈকে আহি নাপালে কিয়?—জমিদাৰে ভাবিলে। এনেকৈ ভাবি থাকোঁতে অৱচেতন মনত ধৰা দিলে ভাঠ্লি, কেবেন, অসুৰ আৰু লটিচৰ মুখকেইখন।

হঠাৎ জমিদাৰৰ মন ভাৰাক্ৰান্ত হৈ উঠিল। দুশ্চিন্তা, শঙ্কাই চিন্তাম্বিত কৰি তুলিলে। কি উপায় থাকিব পাৰে, কি অস্ত্ৰ থাকিব পাৰে? যি উপায়ৰ দ্বাৰা চাৰিওৰে মন জয় কৰিব পাৰি? তেওঁক এনে এজন বিজ্ঞৰ প্ৰয়োজন, যিজন বিজ্ঞই এনে এক উপায় দিব পাৰে যাৰ দ্বাৰা 'সাপো মৰে লাঠিও নাভাঙে।' কিন্তু কোন বিজ্ঞ এই দুনিয়াত আছে? সকলো অধামুৰ্খ!—অতি আবেগিকভাৱে, অতি নাটকীয়ভাৱে তেওঁ ভাবি গ'ল।

তেওঁৰ মুখ বিষণ্ণ আৰু কণীয়া যেন দেখা গৈছিল। তেওঁ খোৱা বাস্তিবেপৰা ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ বাধ্য হ'ল।

কোনোদিনেই এনে সমস্যাৰ সমূখীন তেওঁ হোৱা নাছিল। তেওঁ যি কয় ৰায়তসকলে তাকেই শুনিছিল। এতিয়া হঠাৎ ৰায়ত-সকলে তেওঁৰ বিৰুদ্ধাচৰণ কৰাৰ কাৰণটো কি? হয়তো বাগিছাৰ পৰা অহা বন্ধুৱা ল'ৰাজন অহাৰপৰাই সিহঁত মোৰ বিৰুদ্ধে বিক্ষুব্ধ হৈ উঠিছে। সি নিশ্চয় সিহঁতক কিবা কৈছে, বুজাইছে, নহ'লে সিহঁতে মোৰ কথা অৱজ্ঞা কৰিব কিয়?

কাণৰ কাষত তেওঁক যেন কোনোবাই ফুচ্‌ফুচাই ক'লে—সিহঁতৰ অভাৱে সিহঁতক এনেদৰে ভাবিবলৈ বাধ্য কৰাইছে।

তেওঁৰ চকুযুৰিত এটা বিহ্বলতা ফুটি উঠিল। চকুৰ পতা দুখন অসহ্য যন্ত্ৰণাত লৰিবলৈ ধৰিলে। তেওঁ যেন কেনেবেক মাতি আনি কব—'তই মোৰ ঘৰতে থাকিবি।' কিন্তু সি জানো এই কথা সহজে মানি লব?

যদি মই যোৱাবাৰতকৈ এইবাৰ বেছি ধান দিওঁ? চাৰি ভাগৰ এভাগৰ পৰিবৰ্তে যদি আধা কৰোঁ? আধা হ'ব আধিয়া খোৱাসকলৰ আৰু বাকী আধা হ'ব মোৰ। সিহঁতে হয়তো এনেকুৱা কৰিলে সন্তুষ্ট হ'ব আৰু মোৰ বিৰুদ্ধাচৰণ নকৰিব। যোৱা ৰাতিৰ দৰে ধান কাটিবলৈ নাহিব।

হঠাৎ এক অভূতপূৰ্ব উপলব্ধিৰ আবেগত উদ্বেলিত হৈ উঠিল জমিদাৰ। হতাশাপূৰ্ণ মন হঠাৎ এই নবীন আশাৰ আবেগত নাচি উঠিল। মুখৰপৰা পানীহোঁকাৰ ৰবৰৰ নলীডাল উলিয়াই ধোঁৱাবোৰ এৰি দি মাতিলে—'হংস!'

হংসই জমিদাৰৰ ওচৰত আঁঠু ললে।

'উঠ, হৈছে, এই মাত্ৰকে তই কাম এটা কৰিব লাগে। এতিয়াই ঢুলীয়াকেইজনক মোৰ ওচৰলৈ মাতি আনিব লাগে আৰু সিহঁতক লগত লৈ গৈ মঙ্গলবৰীয়া হাটত প্ৰচাৰ কৰি দিব লাগে এই বুলি—ৰায়তসকলে এইবাৰ ধান, মাহ আৰু সৰিয়াহৰ আধা আধা নিব পাৰিব। এই কথা সকলো ৰায়তে জানিব লাগে।'

হংস তাৰপৰা গুচি গ'ল।

'বলভদ্ৰ !'

জমিদাৰৰ মাতত বলভদ্ৰ লৰি আহিল আৰু আঁঠু ল'লে।

হোঁকাৰ পাইপৰপৰা ধোঁৱা এৰি দি জমিদাৰে তাৰ ফালে চাই ক'লে—'হৈছে উঠ।'

'তহঁতৰ প্ৰভুৱে তহঁত আৰু ৰাইজৰ মঙ্গলৰ নিমিত্তে কমিছনাৰ ডেভিদ হিল চাহাবৰ ওচৰলৈ যাব। গাওঁখনৰ উন্নতিৰ বাবে মই কমিছনাৰৰ লগত কথা হম। গতিকে, ৰাইজৰপৰা এটা এটাকৈ কুকুৰা চৰাই খুজি আনিব লাগে। ঘৰৰ পুখুৰীত থকা ডাঙৰ ৰৌমাছ দহটা জাল বাই উঠাব লাগে আৰু পথাৰত চৰি থকা পঠা ছাগলী ধৰি আনিব লাগে।'

'কিন্তু পঠা ছাগলীৰ মালিকে যদি—'

'মোৰ আদেশ। মোৰ গাৱঁত কোনোৱে একো কব নোৱাৰে আৰু কোনোবাই প্ৰতিবাদ কৰিলে আগত কবি। মই যি কৈছোঁ সি সোনকালে হ'ব লাগে। আৰু শুন, কালিলৈ মই কমিছনাৰৰ বহালৈকে যাম, গতিকে মাউতক হাতীটো সজাই-পৰাই তুলিব কব লাগে।'

বলভদ্ৰই সেৱা জনাই গুচি গ'ল।

## আঠ

দৈ গাখীৰ আৰু জুলীয়া মিঠৈ বিক্ৰী কৰিবলৈ অহা তাৰা মহাজনে তৰাং নৈখনৰ মাজেৰে খোজ কাঢ়ি আহি থাকোঁতে জমিদাৰৰ বৰটেকেলা হংসক ঢুলীয়াজনৰ লগত দেখি অলপ চিন্তিত হ'ল। কৌতূহলবশতঃ তাৰাই ওচৰেদি আহি থকা গোপীক সুধিলে—'হাটখোলাত কিবা হৈছে নেকি অ' ?'

'কেনেকৈ জানিম ! তয়ো হাটখোলা পোৱা নাই, ময়ো পোৱা নাই একা। খবৰৰ কথানো কি কবি ? গাৱঁত আজি খবৰেই খবৰ।'

বেৰহীন খেৰৰ চালিৰ তলত চুলি কাটি থকা মানুহবোৰে সমুখলৈ চালে। লাইশাকৰ মুঠিৰ দৰ-দাম কৰি থকা জলেশ্বৰে মাটিৰপৰা উঠি সেইফালে চালে। বন্ধাকবি এপাচি বিক্ৰী কৰি তিলেশ্বৰে সমুখলৈ চাওঁতে বেপাৰীয়েও ডগা-পাল্লা এৰি ঢোল বজোৱা ঢুলীয়াজনলৈ চালে।

ঢোলৰ শব্দত বেছিভাগেই স্তম্ভিত হৈ পৰিল।

হাটখোলাৰ মাজৰ ওখ মাটিৰ ঢিপটোৰ ওপৰত ঢুলীয়াজন উঠাৰ পিছত বৰটেকেলাইও তাৰ ওপৰলৈ উঠি গ'ল আৰু উচ্চস্বৰে কবলৈ ধৰিলে: 'সুখবৰ, সুখবৰ, সুখবৰ !'

'আমাৰনো কি সুখবৰ থাকিব ?' মানুহবোৰে আলোচনা কৰিলে। 'সুখবৰ থাকে বজা মহাৰজাৰ। ঘটিৰাম, বাটিৰামৰ সুখ জানো কেতিয়াবা মিলে ? দুষ্প্ৰাপ্য, দুষ্প্ৰাপ্য। এইবোৰ আমাৰ কাৰণে পৰ্বতত কাছ-কণী বিচৰাৰ দৰে।'

'আছে, আছে। আজি দুঃসংবাদৰ পৰিবৰ্তে সুসংবাদ লৈ আহিছোঁ।'

'জীৱন বৰবাদ হৈ গ'ল, আজিলৈ সুসংবাদ নাপালোৱেই।'

'মঙ্গলবাৰে, মঙ্গল সংবাদ । মঙ্গলবাৰে মঙ্গল সংবাদ । শুভস্য শীঘ্ৰম শুনিব লাগে । জমিদাৰ প্ৰভুৰ ৰায়তসকলৰ কাৰণে গৰম খবৰ ।'

'এইবছৰ জমিদাৰ প্ৰভু ৰায়তসকলৰ ওপৰত খুব বেছি সন্তুষ্ট হৈছে আৰু সেইকাৰণে এইবাৰ ধান, মাহ, সৰিয়হ দুয়ো পক্ষই আধা আধা পাব । এই ধান, মাহ, সৰিয়হ, ৰায়তসকলে নিজে কাটিব পাৰিব, ঘৰলৈ নিব পাৰিব আৰু লেখ কৰি প্ৰতিজনে আধা আধাকৈ জমিদাৰক দিব লাগিব । ৰায়তে এই বস্তু নিজ হাতে প্ৰভুৰ ঘৰত পহুচাই দিব লাগিব ।'

আবেলি পৰত জমিদাৰ পুনৰ চ'ৰাঘৰত বহিল । আন এজন টেকেলা সদানন্দই পিতলৰ হোঁকাটোৰপৰা চিলিমটো আনি তাত চিম্‌টাৰে জ্বলি থকা অঙঠাকেইটামান ঠিক মলাধঁপাতখিনিৰ ওপৰত দি পুনৰ চিলিমৰ অঙঠা ফুৰাই ফুৰাই হোঁকাদানিৰ ওপৰত লগাই দিয়াত জমিদাৰে বেতৰ আৰামী চকীত বহি পাইপডাল লৈ হোঁকাত টান দিলে । হোঁকা টানি টানি মুখত বৈ থকা পানীবোৰ পিত্‌কৈ শব্দ কৰি পেলাই দি সদানন্দৰ ফালে চালে ।

সদানন্দই চোতালত বাঁহৰ খাম এডালত আঁউজি মাছ মাৰিবলৈ পৰভীজাল এখন বৈ আছিল ।

'সদানন্দ !'

সদানন্দই জাল বোৱা বন্ধ কৰি জমিদাৰৰ ভৰিৰ কাষত আঁঠু ল'লে ।

'হৈছে উঠ—'

সি উঠি বহিল ।

'এই যে কেমেন নামৰ চাহ বাগিছাৰ বনুৱাৰ ল'ৰাটো আহিছিল সি এতিয়া আমাৰ গাৱঁতে আছেনে অইন ক'ৰবাত আছে ?'

'অনুমতি দিলে কব পাৰোঁ—'

'কচোন,—'

'ইয়াতেই আছে, ইস্কুল ঘৰটো য'ত বাস্কি আছে তাতেই আছে। বস্তু-বাহানি থোৱা ঘৰটোত।'

'আচ্ছা, তাৰ মানে সি এতিয়াও ইয়াতেই আছে?'

সদানন্দই মুখ জুপিয়ালে।

'কেবেনৰ বিষয়ে তই আৰু কি জান?'

'তাৰে বাপেকৰ নাম বিধু। চাহ বস্তিৰ ছৰ্দাৰ। সেই সময়ত বাগিছাত ডেনিছ চাহাব আছিল। চাহাবে বোলে তাক, মানে বিধু ছৰ্দাৰক খুব ভাল পাইছিল। ডেনিছ চাহাব আছিল আধাবলিয়া, যি খুচি তাকেই কৰে। ডেনিছ চাহাবৰ মেম আছিল চেৰাবলিয়া। বাগিছাৰ কুলী-ছৰ্দাৰৰ লগত বেছি হলি-গলি কৰাৰ বাবে ডেনিছক বিদায় দিলে। এইবাৰ চাহাব লৈ পালে গুৱাহাটীৰ কলেজ এখনত। তাতে চাহাব 'পৰ্ফেচৰ' হ'ল। কেইদিনমান পিছত চাহাব আহি ছৰ্দাৰ বিধুক ক'লে —কেবেনক লৈ গুৱাহাটীলৈ যাব। যিহেতু চাহাবৰ ল'ৰা-ছোৱালী নাই, গতিকে তাক পঢ়ুৱাই মানুহ কৰিব।' সদানন্দই সক ল'ৰা-ছোৱালীক সাধু-কথা কোৱাৰ দৰে কৈ গ'ল।

বিধুৱে চাহাবৰ ভৰিত দীঘল দি পৰিল—'সেইটো কেনেকৈ হ'ব? ডেনিছ চাহাবে বিধুক কথা কোৱাৰ কোনো সুযোগেই নিদিলে। পাঁচ বছৰীয়া কেবেনক লৈ আহি নিজৰ ঘৰত ৰাখিলে।'

'হয় নেকি? তাৰ মানে সি পঢ়া-শুনা কৰিছিল?'

'সি আমাৰ মাষ্টৰৰ লগত একেলগে কলেজত পঢ়া। সেই কাৰণেই ইমান 'দোস্তী।' মৌজাদাৰেও ভালদৰে চিনি পায়। এসময়ত মৌজাদাৰৰ ঘৰত আঁৰি মাছ দি তাৰ সলনি ধান-চাউল

নিছিল। চিকাৰত পহু পালে, পহুৰ মঙহ মৌজাদাৰৰ ভাত দি তাৰ সলনি চাউল-পাত নিয়ে।'

'আচ্ছা—'

'ইতিমধ্যে সি আই. এ. পৰীক্ষা পাছ কৰাৰ পিছত চাহাব নিউমেনিয়াত ঢুকোৱাত মেমচাহাব ইংলণ্ডলৈ গুচি গ'ল। সিও শেষত আহি চাহ বাগিছাৰ বাপেকৰ ঘৰ পালে।'

'সি তাৰ মানে বহু পঢ়িছিল?'

'সল্‌সলীয়াকৈ ইংৰাজী কব পাৰে।'

'তোক এইবোৰ কোনে ক'লে?'

'মাষ্টৰে। গাৱঁৰ সক ল'ৰা-ছোৱালী সকলোৱে এই কথা জানে।'

'আৰু কিবা জান নেকি?'

'সি বস্তিলৈ আহি ছমাহ চাকৰি কৰাৰ পিছত চাহাবক চালাম নিদিয়াৰ বাবে তাক কামৰপৰা চাটাই কৰিলে।'

'চাটাই কৰাৰ পিছত সি থাকিল ক'ত?'

'মৌজাদাৰক কৈ মৌজাদাৰৰ টিলাৰথীয়া হৈ। তাৰ কেইদিন-মান পিছত কেম্বেল চাহাবৰ লগত কাজিয়া লাগি আগৰ চাহাবৰ পোছাকবোৰো পুৰি পেলাই ধুতি পিন্ধিলে।'

'বাৰু হৈছে। মই সকলো বুজি পাইছোঁ। তই এতিয়া তোৰ কাম কৰগৈ।'—নিষ্ফল আক্ৰোশত জমিদাৰে সদানন্দৰ ফালে চালে।

সদানন্দই গুচি গৈ জাল ব'বলৈ ধৰিলে।

জমিদাৰে কেবেনৰ বিষয়ে ইমানখিনি জনা নাছিল। এতিয়া জনাৰ পিছত দুঃচিন্তা দুগুণে বাঢ়িল যদিও সদানন্দৰ উপস্থিতিত সেই কথা সদৰি নকৰিলে। তাক এই গাৱঁৰপৰা কেনেকৈ খেদোৱা যায় তাকেই চিন্তা কৰি তেওঁ তেনেকৈয়ে বহি থাকিল। হোঁকাৰ নলী হাতত‌েই থাকিল, চিলিমৰ জুই নুমাই গ'ল;

যি কোনো উপায়ে ইয়াক খেদিবই লাগিব। নহ'লে ই কোনোবাদিনা মোকেই আক্রমণ কৰিব। যদি মই তাক মোৰ হাতলৈ আনিব পাৰোঁ ? আনিব পাৰিলেতো ভালেই, আনিব নোৱাৰিলে ?

জমিদাৰ আৰামী চকীৰপৰা উঠিল আৰু আহি অন্দৰ মহলত সোমাল। গৃহিণী পাৰ্বতীয়ে অপৰাহ্ন স্নান কৰি আহি বটলৰপৰা গোন্ধ তেল হাতৰ তলুৱাত লৈ মূৰ ফণিয়ালে, সেন্দূৰ ঘঁহিলে আৰু লিপিষ্টি খাই ধৰা চোলা পিন্ধিব ধৰোঁতেই জমিদাৰে বাউসিত হাত থলে। বুকুৰ স্পন্দন বাঢ়ি গ'ল।

লাজতে ত্ৰস্ত খোজেৰে জমিদাৰ গৃহিণী পাৰ্বতী পালঙৰ কাষলৈ আহিল আৰু নিমিষতে ব্লাউজটো পিন্ধি শাড়ীখনেৰে ঢাকি ল'লে। জমিদাৰে পাৰ্বতীৰ বাউসিৰ ওপৰতে নিজৰ বাউসি থৈ শুই পৰিল আৰু ওপৰৰ চিলিঙৰ ফালে কিবা চাই থাকিল।

পাৰ্বতীয়ে তেওঁৰ চুলিৰ মাজত আঙুলি ফুৰাই ফুৰাই মূৰটো স্বামীৰ বুকুত থৈ এটা দীঘল উশাহ লৈ সুধিলে—'কি হ'ব এতিয়া ?'

'একো চিন্তা নাই, চব ঠিক হৈ যাব।'

'ইয়াৰ বিকল্প পথ ডেভিদ হিল। হিল চাহাব। আপুনি চাহাবৰ ওচৰত ভাব-ভেটি লৈ ওলালেই সকলো সমস্যা নোহোৱা হব। প্ৰয়োজন হ'লে কুকুৰা চৰাই, বৌমাহ আৰু দি থাকিম বুলি কব।'

জমিদাৰৰ হাত সৰীসৃপৰ দৰে বগাই বগাই কোনো এক মুহূৰ্তত পাৰ্বতীৰ বক্ষৰ উন্মুক্ত অংশৰ সংকীৰ্ণ পথেদি গৈ এঠাইত বিচৰণ কৰাত পাৰ্বতীয়ে কিবা এক তৃপ্তিৰ আনন্দত চকু দুটা মুদি দিলে আৰু কৰলৈ ধৰিলে—'আপুনি গৈ চাহাবক কেবেনৰ শত্ৰু কৰি তুলিব লাগিব।'

কোমল উকা মঙহৰ স্পৰ্শ লৈ তেওঁ সুধিলে—'কেনেকৈ ?'

ধীৰে ধীৰে দীৰ্ঘশ্বাস লৈ পাৰ্বতীয়ে ক'লে—'কেনেকৈ আপোনাৰ বিৰুদ্ধাচৰণ কৰাৰ কথা কব নালাগিব। বুজাব লাগিব ডেভিদ হিলৰ বিপক্ষে আমাৰ গাঁৱত এক বিৰাট ষড়যন্ত্ৰ চলিছে। হিল চাহাবক হত্যা কৰিবলৈ ষড়যন্ত্ৰ চলিছে, অকল হিল চাহাবকে নহয়, সকলো ইংৰাজকে। দৃঢ়ভাৱে, হাতৰ আঙুলি দেখুৱাই সাৱধান কৰি দিয়াৰ দৰে অভিনয় কৰি কব লাগিব—'পাহুৰী চাহাব ফাদাৰ বাৰ্জেছ যি কোনো মুহূৰ্তত্তে সিহঁতৰ বলি হ'ব। সিহঁতে পাহাৰৰ সিপাৰে ৰাতি ৰাতি মিটিং পাতিছে—'

'কিন্তু হত্যা কৰাৰ কাৰণ?' অতি নাটকীয়ভাৱে সেহাই সেহাই জমিদাৰে সুধিলে।

দৈহিক আনন্দ উপভোগ কৰি থকা পাৰ্বতীয়ে দীঘলকৈ উশাহ এটা লৈ কিছু বেলি শক্তি সঞ্চয় কৰি অলপ বেলিৰ পিছত কবলৈ ধৰিলে—'নিজৰ বুদ্ধি একেবাৰে নাই দেখিছোঁ। চল্লিছ বছৰতেই হতবুদ্ধি হ'লনে?'

দীৰ্ঘদেহীৰ চকুলৈ চাই উশাহ লৈ স্মিত হাঁহি এটা মাৰিলে।

'হত্যাৰ কাৰণ, 'স্বাধীনতা'। আমাক স্বাধীনতা লাগে।'

'আচ্ছা, তুমি দেখিছোঁ বেছ চালাক। তৃতীয়মানলৈ পঢ়োতেই এইখিনি, আৰু বাকীখিনি হ'লে সৰ্বনাশেই হ'লহেঁতেন!'

'আপুনি এনেকৈ কব,—বৰলাটক কঢ়িয়াই অনা ৰেলখন বগৰাবলৈ সেইদিনা চেষ্টা কৰিছিল, কিন্তু আপুনি ঘটনাস্থলীত সন্দেহ কৰি উপস্থিত হওঁতে হাবিয়ে হাবিয়ে সিহঁত পলাইছে। ইয়াৰ গুৰিত আছিল কেবেন।'

'ইমান মিছা কথা কোৱাটো জানো অধৰ্ম নহয়? এই গোটেই কথাবোৰেই গোকাট মিছা। পইচাটোৰ ইপিঠি সিপিঠি।'

'আপুনি কিমান সত্য পথত চলিছে?'

অবাক হৈ গ'ল জমিদাৰ।

'কুৰুক্ষেত্ৰৰ যুদ্ধৰ কথা আপুনি মহাভাৰতত পঢ়িছে। অৰ্জুনে যেতিয়া পিতামহ, প্ৰপিতামহ আনকি গুৰুজনসকলক কৌৰৱসকলৰ লগত দেখিলে তেতিয়া তেওঁ গাণ্ডীৱ ধনু তুলি লব খোজা নাছিল। তেওঁৰ প্ৰিয়বন্ধু তথা ৰথৰ চালক শ্ৰীকৃষ্ণই কি উপদেশ দিছিল মনত পেলাবলৈ চেষ্টা কৰকচোন। শত্ৰু আপোনাৰ শত্ৰু। সৎ উদ্দেশ্যেৰে হওক বা অসৎ উদ্দেশ্যেৰেই হওক, সিহঁতে আমাৰ শান্তি-শৃঙ্খলা ভঙ্গ কৰিছে। গতিকে সিহঁত আপোনাৰ শত্ৰু। সিহঁতৰ বিৰুদ্ধে আপুনি যুঁজিবই লাগিব। ধৰি লওক ইও এখন যুদ্ধ। নিজকে ৰক্ষাৰ কাৰণে যুঁজক। নিজৰ প্ৰভুত্ব বিস্তাৰ জানো ইমান সহজে এৰি দিব খুজিছে?'

'কিন্তু এটা কথা পাৰ্বতী! কুৰুক্ষেত্ৰৰ ঘটনাৰ লগত মোৰ চৰিত্ৰৰ কোনো মিল নাই। মই অৰ্জুন নহয়। অৰ্জুনৰ কোনো লক্ষণ মোৰ গাত নাই। বৰঞ্চ ৰায়তসকলক মইহে অন্যায় কৰিছোঁ। সিহঁতৰ প্ৰাপ্যৰে সিহঁতক বঞ্চিত কৰিছোঁ। তোমাৰ উপমা-খিনিৰ লগত মোৰ কোনো সাদৃশ্য নাই—'

'আপোনাৰ যিয়ে অহিত চিন্তা কৰে সিয়েই আপোনাৰ শত্ৰু। গতিকে কেবেন, ভাঠ্‌লি, অসুৰ, লটিচ সকলো আপোনাৰ শত্ৰু।'

'বুজা নাই পাৰ্বতী—'

'আপুনি ৰায়তসকলক বশ কৰিব লাগিলে কেবেন, ভাঠ্‌লি ৰাভা, লটিচ বড়ো, অসুৰ ৰাজবংশীক এই গাঁৱৰপৰা আঁতৰাই পঠিয়াব লাগিবই। কিন্তু পঠিয়াব কেনেকৈ? সিহঁতক বুদ্ধিৰে খেদিব লাগিব। প্ৰথমে আপুনি জিলালৈ গৈ কমিছনাৰক লগ ধৰক। চাহাবক সন্তুষ্ট কৰাৰ পিছতে অন্যই নজনাকৈ গাওঁ-বুঢ়ালৈকো ভাৰ-ভেটি পঠিয়াওক। দেখিব গাওঁবুঢ়াইয়ো আপোনাৰ গুণ গাইছে। চাহাবক চেলাম কৰি কব,—এইবোৰ আমাৰ ঘৰৰে উৎপন্ন। প্ৰয়োজন হ'লে আৰু দিব পাৰিম—'

'কিন্তু সিহঁতক পঠিয়াবা কেনেকৈ ?'

'সিহঁতক আঁতৰাই পঠোৱাৰ চিন্তা আপোনাৰ নহয়। সেই চিন্তা চাহাবৰ। আপুনি চিন্তা কৰক কেনেকৈ চাহাবক বশ কৰিব পাৰে। চাহাবক আপুনি বশ কৰিলে ওলোটাই তেওঁ কেৰেনহঁতক বশ কৰিব। মই ভাবোঁ, হিল চাহাবে চেলাম আৰু বস্তু পালে আপোনাৰ প্ৰতি সদয় হবই আৰু কমিছনাৰৰ হত্যাৰ ষড়যন্ত্ৰত চিপাহী পঠিয়াই আটাইকেইজনক বান্ধি লৈ যাব।'

ইপিনে বাহিৰত যথেষ্ট আন্ধাৰ হৈছিল। জমিদাৰে পাৰ্বতীৰ বুদ্ধিক অন্তৰেৰে প্ৰশংসা কৰিলে আৰু বক্ষদেশৰপৰা হাতখন সৰীসৃপৰ দৰে বগুৰাবাই উৰুদেশৰ ফালে গ'ল আৰু এটা সময়ত পালঙ্কৰ ওপৰত জমিদাৰৰ ঘন ঘন উশাহৰ বাহিৰে অন্ধকাৰাচ্ছন্ন কোঠাটোত কোনো শব্দ নাথাকিল।

নিশাৰ চৰায়ে শেষ প্ৰহৰ ৰাতিৰ উমান দিলে। কলৰ পাতত চৰাইটো পৰাত পাতটো তললৈ হাউলি আহিল। কলৰ পাতত চৰাইটো পৰাৰ শব্দ পাই টোপনিবিহীনা পাৰ্বতীয়ে থকমককৈ উঠি ঘৰৰ মানুহজনক জগাই দিলে। পূবফাল ঈষৎ উজ্জ্বল হৈ উঠিল। জমিদাৰে চুলা লগোৱা কাঠৰ খৰম যোৰা পিন্ধি নিমৰ ঠাৰি এডালেৰে দাঁত মাজি মাজি মুখ ধুই প্ৰাতঃস্নান কৰি সূৰ্য্য-সেৱা কৰিলে (যদিও এতিয়াও পূবেকণ দিয়া নাই।) চুৰিয়া আৰু পাতৰ চোলা পিন্ধি তেওঁ সাজু হৈ বাৰাণ্ডাত থিয় দিলে আৰু হাতীটো অহালৈ বাট চালে।

হাতীৰ মাউতে 'বৈঠ' বুলি কোৱাৰ লগে লগে হাতীটোৱে আগঠেং দুখন পাৰি বহিবৰ সময়ত তাৰ ডিঙিত থকা পিতলৰ ঘণ্টাটোৰ এটা শব্দ হ'ল। জমিদাৰ বহাৰ পিছত হাতীটো উঠিল

আৰু শুঁৰডাল দাঙি চিঞৰ এটা মাৰিলে। মাউতে হাতীটোক যোৱাৰ ইঙ্গিত দিয়াত হাতীটো যাবলৈ ধৰিলে।

আঁতৰৰ বাঁহনিৰ মাজত ডাউক চৰাইবোৰে মাতিলে। পানী কাউৰী এজাক আকাশৰ ওপৰেদি উৰি গ'ল। সূৰ্য্যৰ বেঙুনি আহি চৌপাশৰ অৰণ্যবাজিৰ আৰৰ সৌন্দৰ্য্য তিৰ্ বিৰাই তুলিলে। হাতীটোৰ পাছে পাছে হৈ দিয়া ম'হৰ গাড়ী এখনত পঠা ছাগলী, কুকুৰা চৰাই, কণী আৰু দহটা প্ৰকাণ্ড বৌ মাছ লৈ টেকেলা সদানন্দ, হংস গৈ থাকিল।

মাষ্টৰ, লটিচ, অম্বুৰ আৰু কেবেন এজনবো ৰাতি শোৱা নহ'ল। সিহঁত চাৰিওজন পাহাৰৰ সিফালে জোনাকৰ পোহৰত মিটিং পাতিছিল।

ৰাতিপুৱা জমিদাৰৰ উপঢৌকন পাই আৰেলি গাওঁবুঢ়াই ফানিংকা চোট্টকাক মতাই আনিলে। গাওঁবুঢ়াই সিহঁতক বুজাই দিলে—'কেবেন যদি আমাৰ গাওঁৰ স্কুলৰ মাষ্টৰ হ'বলগীয়া হয়, আমি সুখেৰে থাকিব নোৱাৰিম। সদায় কিবা নহয় কিবা এটা হৈ থাকিব। আমি যেনেতেনে তাক গাওঁৰপৰা বাহিৰ কৰিবই লাগিব। সি অহাৰপৰাই আমাৰ গাওঁত অমঙ্গলে দেখা দিছে। সুমিত্ৰাৰ তেনেকুৱা হ'ল, আৰু বা কাৰ কি হয়, কোনে জানে?'

ফানিংকা, চোট্টকাই বান্ধি থকা স্কুলঘৰটোৰ পাছফালে থকা গুদাম ঘৰটোৰপৰা কেবেনক বাহিৰলৈ মাতি আনি তৎক্ষণাৎ গাওঁ এৰি যোৱাৰ সাৱধান বাণী শুনালে।

কেবেনে কোনো প্ৰতিবাদ নকৰাকৈ তাৰপৰা ওলাই গৈ হাঁহি এটা মাৰি ক'লে—'মই নাথাকিলে যদি তহঁতে শান্তিৰে থাকিব পাৰ, সেইটো বৰ ভাল কথা হ'ব। কিন্তু মই ভাবোঁ, সেইটো ইমান সহজ নহয়।'

'সেইটো আমাৰ ব্যক্তিগত কথা। আমি মৰিলেও মৰিম তৰিলেও তৰিম।'—চোট্টকাই দৃঢ়ভাৱে তাৰ চকুৰ কালে যোপাকৈ চাই ক'লে।

'এদিন নহয় এদিন তহঁতে মোক বিচাৰি যাবই লাগিব। মই আছিলোঁ। তহঁত ভালে-ভালে থাকিলেই মোৰ ভাল—'

ফানিংকা আৰু চোট্রকাই পাছফালৰপৰা বিদ্রূপ আৰু তাচ্ছিল্যৰ চাঁহি মাৰি অগ্রগামী কেনেনক উপলুঙা কৰিলে।

সি পাছফালে উভতিয়েই নাচালে।

ম'হৰ গাড়ী লৈ বাঁহ আনিবলৈ যোৱা মাষ্টৰ, অম্বুৰ আৰু লটিচে কেনেনক গাৱঁৰপৰা খেদি পঠোৱা শুনি সিহঁতে ফানিংকা চোট্রকাক বিচাৰি গ'ল।

সিহঁত ছয়োকে গাওঁবুঢ়াই বুদ্ধি কৰি নৈৰ সিপাৰলৈ পঠিয়াইছে। সিপাৰে নৈৰ দাঁতিত গাওঁবুঢ়াই কেইবা বিঘা মাটিত মিঠা আলুৰ খেতি কৰিছিল। তাৰে জেওৰাখন গৰুৱে শিঙেৰে খুচি ভাঙি বহুতো আলু খালে। এতিয়া গাওঁবুঢ়াই গুড়িসান্দহ এটোপোলা আৰু লগত এচপৰা ডাঙৰ গুড় লগত দি কৈছে—'ছ' এইখনি সান্দহ, ভোক লাগিলে খাবি।'

তিনিও নৈৰ সিপাৰে নগ'ল। বুজিলে এইটো গাওঁবুঢ়াৰ একপক্ষীয় বুদ্ধি। কেনেনক বিচাৰি বিচাৰি পাহাৰৰ সিপাৰে শিল এটাত চিন্তামগ্ন অৱস্থাত পালে।

সিহঁতে তাক ওভোতাই নিবলৈ চেষ্টা কৰিছিল, তথাপি সি আৰু উভতি নোযোৱাৰ সিদ্ধান্ত ললে। সি ক'লে—'সিহঁতক বুজিবলৈ দে, অভিজ্ঞতা হওক। অভিজ্ঞতাইহে মানুহক শিকনি দিব পাৰে। অনুভৱ কৰিব পৰা শক্তি বাঢ়ে। সিহঁতে গাওঁবুঢ়া বা মৌজাদাৰৰ স্বৰূপটো এতিয়াও বুজি উঠা নাই। যিদিনাই বুজি পাব, সিদিনাই মোক বিচাৰিব।'

'কিন্তু আমাৰ স্কুলখনৰ কি হ'ব?'

'স্কুলখন এতিয়া আৰম্ভ কৰিব নালাগে। কেক্রৱাৰীত আৰম্ভ কৰিলেও হব। তেতিয়া হয়তো মই আছিলে সিহঁতে মোক নেখেদিব। নহ'লে মাষ্টৰ এজন বিচাৰিব লাগিব। বিচাৰিলে হয়তো পোৱা যাব'—সি ক'লে।

'মাষ্টৰ বিচাৰিলে তাক দৰমহা দিব লাগিব। দৰমহা আমি দিব নোৱাৰোঁ।'—মাষ্টৰে ক'লে।

'ফেব্ৰুৱাৰী মাহ আহক, ভেত্তিয়া দেখা যাব।'

এইবোৰ আলোচনা কৰি থাকোঁতে ৰাতি এজনো ঘৰলৈ ঘূৰি নগ'ল। শালগছেৰে ভৰা সক পাহাৰখনৰ সিপাৰে চাৰিওজনে আলোচনা কৰিয়েই কটাই দিলে।

কেবেনে ইষ্ট ইণ্ডিয়া কোম্পানী কেনেকৈ ভাৰতবৰ্ষত স্থাপন হ'ল তাকে ক'লে। মাষ্টৰে ক'লে—পৰ্তুগীজ বেপাৰীৰ কথা। ৰবাৰ্ট ক্লাইব, ডুপ্লেৰ কূটনীতিৰ কথা।

অমূৰ ৰাজবংশীয়ে গাৱঁলৈ গৈ কেইটামান চিৰা-সান্দহ আৰু ভীমকল লৈ আহিল, তাকে চাৰিও ভাগ-বাটি খালে।

গোটেই ৰাতিটো এনেদৰে কটোৱাৰ পিছত ৰাতিপুৱাল। তথাপি সিহঁতৰ আলোচনা শেষ নহ'ল।

ম'হৰ ডিঙিৰ ঘণ্টাৰ শব্দটো শুনিলে প্ৰথমে মাষ্টৰে আৰু শব্দটো কোনফালৰপৰা আহিছে তাকে অনুকৰণ কৰিবলৈ চেষ্টা কৰোঁতে কেবেনেও ইংলণ্ডৰ বুৰঞ্জী কোৱা বন্ধ কৰি দূৰলৈ চাই দেখিলে ছত্ৰ তৰি হাতীৰ পিঠিত উঠি কোনোবা গৈছে।

'শালগছৰ পাতবোৰৰ কাৰণে একো নেদেখি'—লটিচে ক'লে।

'সেইয়া দেখোন, ইয়াৰপৰা সুন্দৰকৈ দেখা পায়। সেইখন ম'হৰ গাড়ী। হাতীৰ পিঠিত ছত্ৰ তৰি কোনোবা গৈছে'—কেবেনে আঙুলিয়াই দেখুৱালে।

তাকে দেখি বাকীকেইজনেও থিয় হ'ল।

ম'হৰ ডিঙিৰ ঘণ্টাৰ শব্দটো পাহাৰৰ তলৰ ঠাইখণ্ডত ৰাতিপুৱাৰ এই চৰাইবোৰৰ মাতৰ মাজতো শুনা গ'ল।

'ম'হৰ গাড়ীত উঠি নিশ্চয় কোনোবা গৈছে।'

'কোনোবা নহয়, জমিদাৰৰে মানুহ। সোৱা দেখা নাই, হাতীত উঠি কোন গৈছে!'

'এস্ ! মই দেখাই নাছিলোঁ। এৰা, জমিদাৰ হাতীত উঠি, জমিদাৰৰ লগুৱাই ম'হৰ ছৈ দিয়া গাড়ীত উঠি, মোৰ পিতাই কি হাতীত যাব ?'

কেবেনে হাঁহিলে আৰু মাষ্টৰৰ ফালে এবাৰ চালে।

'জমিদাৰে হাতীত উঠি এই ব্ৰহ্ম পুৰাতেই ক'ৰ বণিজলৈ যায় ?' মাষ্টৰে সুধিলে।

'আদাৰ বেপাৰীক জাহাজৰ খবৰ কিয় লাগে ?'—অমুৰে হাঁহি হাঁহি তাৰ ফালে চালে।

'এৰা, আমি হৈছোঁ আদাৰ বেপাৰ কৰা মানুহ, ভাঁপ জাহাজৰ খবৰ লৈ কিটো হব ?'

'তহঁত গাৱঁলৈ উভতি যাগৈ। ৰাতিটো শোৱাই নহ'ল। মই যাওঁগৈ। কিন্তু এটা কথা লক্ষ্য কৰিবি। জমিদাৰ আজি কমিছনাৰৰ তালৈ ইমান ভাৰ-ভেটি লৈ তহঁতৰ মঙ্গল সাধিব যোৱা নাই। অস্ত্ৰ তৈয়াৰ কৰিবলৈহে গৈছে। কেনেকৈ বুদ্ধি কৰি স্কুলখন বন্ধ কৰিব পাৰে, কেনেকৈ তহঁতক এজন এজনকৈ গাৱঁৰপৰা খেদিব পাৰে।'

'তেনেকুৱা ধাৰণা এটা মই নকৰাকৈ থকা নাই কেবেন। হয়তো দেখিবি, আমাক ধান, মাছ, সৰিয়হৰ ভাগ আধা আধা দিম বুলি কৈছে যদিও কমিছনাৰৰ তাৰপৰা উভতি অহাৰ পিছত সেই প্ৰস্তাৱ নাকচ কৰিবও পাৰে।'

'তেতিয়া আমি মনে মনে থাকিলেও কিন্তু সিহঁতে বুজিব। তোক ইয়াৰপৰা খেদি পঠোৱাৰ অনুতাপ নিজেই ভোগ কৰিব। সিহঁতে তোক বিচাৰি আহিবই।'

'আহিব লাগিবই। মই অহাটোকে বিচাৰোঁ।' কেবেনে ক'লে।

'বাক ভই এতিয়া যাগৈ। সাৱধানে যাবি। পূবফালৰ বাস্তাটোৰে যাবি। গ'লে জংগল পাবি। জংগলৰ মাজে মাজেহে যাবি কিন্তু—'

সি অসুৰ ৰাজবংশীয়ে দিয়া চিৰা-সান্দহৰ টোপোলাটো কান্ধত ওলোমাই লৈ ধনুখনো খুচি লৈ আগুৱাই গ'ল।

'চিৰা-সান্দহ কেইটাৰ বাবে ধন্যবাদ'—সি কেইখোজমান গৈয়ে উভতি চাই ক'লে। 'ঠিক নাই, জংগলৰ মাজেৰে যোৱা কথা। ক'ৰবাত 'আতংকি' থাকিবও পাৰে। তহঁতে সন্ধিয়া পৰত এইফালে আহি থাকিবি, মই আহিবও পাৰো। কিন্তু সাৱধান, অন্য মানুহক জানিবলৈ নিদিবি।'

কেবেনে পাহাৰৰ শালগছৰ মাজে মাজে যাবলৈ ধৰিলে। সি শালগছৰ ওপৰলৈ চালে আৰু বৈ গ'ল।

বাঃ শালগছৰ ফুলৰ কলি ওলালেই। হয়তো ওপৰৰ ফালে ফুল ফুলিছেই—

দাৰোগাই বাগাল আৰু দেদেবেক কেম্প্‌বেলৰ হাতত গতাই দি সিহঁতে বক্‌চিচ হিচাপে কিছু ধন লৈ গুচি যোৱাত দুয়োকে বাংলোৰ ওচৰৰ গছ এজোপাত দুদিন বান্ধি থলে। তিনিদিনৰ দিনা দুয়ো অৱস হৈ পৰাত কেম্প্‌বেল আহি সিহঁতৰ ফালে দৃষ্টিকটু চাৱনিৰে চালে।

দেদেবে আৰু বাগালে কেম্প্‌বেলৰ উপস্থিতিত নিৰ্বিকাৰভাৱে চকুৰে চকুৰে চালে।

'তুম দোনো একদম বেফিকিৰ মতন আছে। একদম হিট্‌লাৰৰ মতন এক্‌টিং কৰিছে। লেকিন দেখ বাগাল, আমি তোমাৰ এনিমি নাই আছে। আমি বন্ধু আছে। আমি জানিছে, তুম্‌ৰা দুই বহুত আচ্ছা আদমী আছে, লেকিন কেবেনৰ সাথ থাকি তুমলোগ ভী পাঁজী হৈ গৈছে।'—ৰসিকতা কৰি কেপ্তেইন কেম্প্‌বেলে ক'লে।

দেদেৰে আৰু বাগালে কেম্প্‌বেলৰ এই উক্তিক প্ৰতাৰণা কৰাৰ এক কৌশল বুলি ভাবি ল'লে।

'তোমাকে আমি জব্দ নাই কৰিবে। আমি তোমাকে মুক্তি দিবে। লেকিন কেবেনৰ ৰকম পাঁজী নাই হবে। চব এইৰকম পাঁজী হৈ গেলে দেশ কি ৰকম চলিবে? আমি তোমাক খানা দিচ্ছে, বাসা দিচ্ছে, লেকিনভী চব কুলী আমাৰ সাথ লৰাই কৰিবা খুজিছে। তুমলোগ চালাম নাই কৰিছিলে অউৰ ইচ্‌ কাৰণমে তুনোকো চাটাই কৰিছে। অভি চালাম কৰি আমাৰ সামনত খাৰা হলে নৌক্‌ৰী মিলিবে। লেকিন, আমাৰ সাথ জগৰা কৰিব নাই পাৰিবে। আমাৰ এক ঘোঁৰা তুমলোগ উহথ দ্য ব' এগু এৰো খতম্‌ কৰিছে। এক ঘোঁৰা বহুত বিমাৰী হৈ গৈছে। গিভ্‌ আপ দিছ হাঙ্গামা, আডাৰৱাইজ আমি তোমাকে নাই চাৰিবে।'

এছিষ্টেণ্ট মেনেজাৰ ওৱাণ্টাৰ ছেৰওৱেল মেনেজাৰৰ বাংলোৰ সমুখৰ লনখনলৈ চাহবাগিছাৰ ভিতৰৰ ৰাস্তাটোৰে সোমাই আহিল আৰু কেম্প্‌বেলৰ ওচৰত থিয় হ'ল।

'গুড ইভনিং ছাৰ!'

'গুড ইভনিং'—হাঁহি এটা মাৰি কেম্প্‌বেলে আবেলিৰ সম্ভাষণ জনালে আৰু ওৱাণ্টাৰক ইঙ্গিতেৰে আঁতৰলৈ মাতি নৈ থূজা গছ জোপাৰ কাষত থকা আৰামী চকীত বহিল।

প্ৰথমে কেম্প্‌বেলে বাগাল আৰু দেদেৰেক পুলিচৰ হাতত সমৰ্পণ কৰাৰ কথা কৈছিল। ইয়াৰ প্ৰতিবাদ কৰিলে ওৱাণ্টাৰে। ওৱাণ্টাৰৰ যুক্তি: যদিহে দেদেৰে আৰু বাগালক পুলিচৰ হাতত গতাই দিয়া হয়, সিহঁতক চিপাহীবোৰে যি কোনো অত্যাচাৰেই চলাব। সিহঁত তাৰপৰা ওলাই আহিলে পুনৰ কেবেনৰেই লগ হ'ব আৰু পুনৰ আমাৰ বিৰুদ্ধাচৰণ কৰিবই। তাতকৈ ভাল কথা হ'ব এইটোৱেই,—যদিহে ইহঁত দুয়োকে পুনৰ বাগিছাৰ কামত মকৰল কৰিব পৰা যায়!'

এই বিষয়টো লৈ কেম্প্‌বেল দোমোজাত পৰিল আৰু অভিমন্যু চট্টোপাধ্যায়ৰ লগত আলোচনা কৰিলে। অভিমন্যুয়েও দৃঢ়ভাৱে ওৱাণ্টাৰৰ মতক পোষণ কৰিছিল আৰু চিৎকাৰ কৰাৰ দৰে তেওঁ বহা চকীৰপৰা উঠি বহিছিল—'হ'বই নোৱাৰে। সিহঁত দুয়োকে বেলেগ বেলেগ ঠাইত মকবল কৰাওক। বাগানক আমাৰ বাগিছাত আৰু দেদেৰেক উত্তৰ ফালৰ নদীৰ সিপাৰৰ বাগিছাৰ মেনেজাৰৰ গাহৰি গৰাল ৰখিবলৈ দিয়ক। দুয়োকে খাকী কাপোৰৰ লংপেণ্ট-চার্ট চিলাই পিন্ধিবলৈ দিয়ক। দুয়োকে দুযোৰ জোতা পিন্ধিবলৈ দিয়ক। দেখিব, দুয়ো খুচি হৈ গৈছে।—ইয়াৰ উদ্দেশ্য সিহঁত নজৰবন্দীৰ দৰে থাকক।' মিচ্‌মিচিয়া ক'লা মোছকোছাত হাতৰ আঙুলিৰে মৃদু হেঁচা দি বৰবাবু চট্টোপাধ্যায়ে কেম্প্‌বেলৰ ফালে চাইছিল।

'Well Mr. Chatterjee, you are more clever than us, and it seems that you are more dirty in political matters. আপনাকে আমি,—আই মিন, ফৰ ইয়'ৰ ভেলুৱেবল্ ছ্যাজেশ্যন, ইনাম দিবে—বকচিচ্‌ মিলিবে—বকচিচ। আপুনি ৰাজি আছে ?'

'হ্যা'—অভিমন্যুৱে অলপ লাজ লাজ ভাব এটা দেখুৱাই কেপ্তেইন কেম্প্‌বেল আৰু ওৱাণ্টাৰৰ ভৰিৰ বঙা জোতাযোৰলৈ চালে। অনুভৱ কৰিলে দুয়োৰে ভৰিৰ জোতাযোৰ বৰ লেতেৰা হৈছে। চাফা হোৱা দৰকাৰ !

কেম্প্‌বেল আৰু ওৱাণ্টাৰ তাৰপৰা ওলাই আহি দেদেৰে আৰু বাগানক বান্ধি থোৱা গছ দুডালৰ ওচৰ পালে। পাইপৰ ধোঁৱাবোৰ শূন্যত এৰি দি দুয়োৰে ফালে মিত্ৰতাৰ চাৱনিৰে চালে আৰু খুব সহজে সিহঁতক কেনেকৈ নিজৰ ফলীয়া কৰিব তাৰ উপায় মনে মনে চিন্তা কৰিলে।

কাঠ হাঁহি এটা মাৰি ওৱাণ্টাৰক সহজ হবলৈ চেষ্টা কৰা দেখা গ'ল।

[ওৱাল্টাৰৰ মনোভাব: আমি চাহাব মানুহ, আমাৰ চামৰা বগা, ইংৰাজী ভাষা কওঁ, জোতা পিন্ধো, পাইপৰ ধোঁৱা খাওঁ, তোমালোক আমাৰ অধীন, তোমালোকক আমি যি ইচ্ছা তাকেই কৰিব পাৰোঁ; তোমালোক ইণ্ডিয়ান, আমাৰ পদদলিত হ'বই লাগিব। বাধ্য! আমাক তোষামোদ কৰিবলৈ শিকা, আমাক ইষ্টদেৱতা জ্ঞান কৰা। ভৃত্যই চালাম কৰিবলৈ শিকিবই লাগিব।]

'তুম্‌লোগ, অভি হামাৰ সাথ লাৰাই কৰিবে? লাৰাই কৰাৰ মতলব কৰিলে ভি, আমাক তুমলোগ কুছ নাই কৰিব পাৰিবে।' ওৱাল্টাৰে দুই পকেটত হাত ভৰাই সিহঁতৰ কাষ চাপি গ'ল।

'হামিলোগ লাৰাই কৰিব পাৰিবে, তুমলোগ কি ৰকম লাৰাই কৰিব পাৰিবে? এই চব লাৰাই-ফাৰাই চাৰি দিলে, আউৰ হামাৰ সাথ কাম কৰিলে ইনামভী মিলিবে। যদি কাম কৰিব খুজিছে তব হামি তোমাৰ সাথ বাত-চিত কৰিবে। কেবেন একৃটা পাঁজী আছে। ওভী মানুষ নাই বনিছে, তুমলোগ ভী মানুষ নাই বনিছে। তুম দোনো হামাৰ সাথ ৰহিবে? হামাৰ সাথ ৰহিলে গ্ৰামোফোনৰ গান শুনিবে। স্ফূর্তি সে কাম কৰিলে হামি কুছ নহী কহিবে। লেকিন কাম নাই কৰিলে, বাত নাই শুনিলে আমি তোমাকে চাবুক চালাবে। তুমি হামাৰ কথা শুনবাৰ ৰাজী আছে?'

অস্বাভাৱিকভাৱে দেদেৰে আৰু বাগালে মূৰ জোকাৰি সম্মতি প্ৰকাশ কৰিলে।

ওৱাল্টাৰ আৰু কেম্প্‌বেলে আশ্চৰ্য্য প্ৰকাশ কৰিলে আৰু দুয়োকে মুহূৰ্তৰ বাবে বিশ্বাস কৰিবলৈ টান পালে। ইমান সোনকালে দুয়ো সম্মত হব বুলি ভৰা নাছিল।

ওৱাল্টাৰে সিহঁতৰ সম্মতি সহজে লব নোৱাৰিলে। দেদেৰে আৰু বাগালৰ এই সিদ্ধান্তত যেন কিবা এক দুৰভিসন্ধি আছে।

কেম্প্‌বেলে ওৱাণ্টাৰৰ কাণে চাই কিবা এক ইঙ্গিত দিলে আৰু তাৰপৰা গুচি আহি বাংলোৰ ভিতৰলৈ সোমাই গ'ল। তাৰ পিছত দুয়ো এক গোপন আলোচনাত বহিল।

বহু আলোচনাৰ মূৰত দুয়োকে একে ঠাইতে নৰখাটোৰেই ঠিক হ'ল। দুযোজনক একে ঠাইতে ৰাখিলে সাধাৰণতে চিন্তাৰ সমিলমিল ঘটি দুয়ো গুচি যাবও পাৰে। হয়তো দুযোৰে অন্য দুৰভিসন্ধিও থাকিব পাৰে।

অভিমন্যুৱে ক'লা গোঁফকোছাত পুনৰ চেঁচা দি হাঁহি এটা মাৰি কেম্প্‌বেলৰ জোতা যাবৰ ফালে চালে—'মোৰ মনেৰে সিহঁতক কিছুদিনৰ বাবে ঘৰৰপৰা ওলাব নিদি ঘৰুৱা কামত আৰম্ভ কৰি ৰাখিলে সিহঁতৰ হয়তো পৰিবৰ্তন হ'বও পাৰে।'

কেম্প্‌বেলে অভিমন্যুৰ কথামতেই কৰিলে।

দেদেৰে আৰু বাগালৰ বান্ধ মোকোলাই চিবুৰে গাহৰি গৰালৰ ফালে মাতি লৈ গৈ বহিবলৈ দিলে আৰু সিহঁতৰ সাজ-পোছাকৰ জোখ লবলৈ দৰ্জি মাতিবলৈ গ'ল।

ন

সেইফালে ডেভিদ হিলক উল্লসিত হোৱা যেন দেখা গ'ল। জমিদাৰে আঁঠু লোৱাৰ পিছত যেতিয়া হাতীটোৱেও শুৰ দাঙি চালাম জনালে হিল চাহাবে নিজকে মইবৰ অনুভৱ কৰিলে আৰু জমিদাৰৰ পিঠিত থপৰিয়াই থপৰিয়াই—'আমি আপনাৰ সাথ খুব খুচি হৈছে' বুলি কেবাবাৰো কৈ কৰমৰ্দন কৰি বহিবলৈ দিলে। যেতিয়া ছৈ দিয়া গৰুগাড়ীৰপৰা কমিছনাৰলৈ অনা পঠা ছাগলি, বৌমাছ, কণী, কুকুৰা চৰাই আৰু জহা চাউল নমাই চাহাবৰ ওচৰত জমিদাৰৰ টেকেলা সদানন্দ আৰু হংসই আঁঠু ললে, দুয়োকে লনৰ ওপৰত বহাৰ অনুমতি দিলে।

'আমি আপনাৰ সাথ খুব খুচি হৈছে আউৰ ছামটাইমছ আমাৰ বাংলো আহিবে।'

জমিদাৰে তেওঁৰ অহাৰ উদ্দেশ্য বুজাই ক'লে আৰু যি কোনো উপায়ে কেবেন, ভাঠ্‌লি, অসুৰ আৰু লটিচক বশ কৰাৰ কথা ক'লে। কেনেকৈ বৰলাটক মাৰিবলৈ ষড়যন্ত্ৰ কৰিছিল সেই কথাও বুজাই দিলে আৰু ডেভিদ হিলৰো যে প্ৰাণ নাশৰ আশংকা আছে তাকো বুজাই ক'লে।

'আমাকে ঐ লোগে কুছ নাই কৰিব পাৰিছে। চিন্তা নাই কৰিবে, চব ঠিক হৈ যাবে। আমি আপনাৰ কাম কৰিবে অউৰ আপনি ভী আমাকে খুচি কৰিবে। এগু এভ্‌ৰি মহিনা এভৰি মান্থ আপ্‌নি আমাৰ কাৰণে ৰাইচ, চিকেন পাঠাব লাগিবে। বিকজ আই লাইক মিট।'

জমিদাৰৰ মুখেৰে একো শব্দ নোলাল। মাত্ৰ বেঙাৰ দৰে হাঁহি এটা মাৰি ডেভিদ হিলৰ ফালে চাই থাকিল।

'কিন্তু নাই পাঠালে, আমি ভী কুছ নাই কৰিবে।' আৰ ইউ এগ্ৰি উইথ ডিছ প্ৰপ'জেল? আপ্‌নি ৰাজী আছে?'

জমিদাৰে আগৰ দৰেই একো নক'লে আৰু মূৰটো জোকাৰি সম্মতি জনালে।

'ঠিক আছে। আজসে আপ্‌নাকে আমি বন্ধু সমঝিবে! আপ্‌নি আমাৰ আগেৰ বন্ধু ম্যানুষ আছে এণ্ড ফ্ৰম টুডে, ইউ আৰ আপ্‌দাৰ মাই কাইণ্ড'ডি। অভি হামি গ্ৰামোফোনৰ গান শুনিবে তাৰ পিছে ফটো খিচিবে। এ গ্ৰুপ ফটো উইথ মাই ওৱাইফ, মাই ছন এণ্ড মাই ড'টাৰ ছফিয়া—'

কেবিন ছাতি এটা আনি সমুখৰ লনখনত পুতি দিয়া হ'ল। চকীবোৰ ছাতিৰ তলত পাৰি থোৱা হ'ল। জমিদাৰ বহিল। ইতিমধ্যে ডেভিদ হিলক ব্যস্ত হৈ পৰা দেখা গ'ল। ওৱেটাৰটোৱে প্ৰকাণ্ড বাকচেৰে আবৃত গ্ৰামোফোনটো উলিয়াই আনিলে। হিলে গ্ৰামোফোন পিনৰ টেমাটোৰপৰা পিন এটা উলিয়াই মাউথত লগাই প্ৰকাণ্ড কাঠৰ বাকচটোৰ সোঁমাজতে থকা এটা সৰু ফুটাত লোৰ হেণ্ডেলডাল ভৰাই গ্ৰামোফোনৰ হেণ্ডেলডাল সম্পূৰ্ণ ঘূৰালে। স্পিকাৰটো ৰেকৰ্ডখনত লগাই দিলে। ৰেকৰ্ডখন ঘূৰিবলৈ ধৰিলে।

······O forest-bird ! O forest-bird !

You want anklets for your feet o !

You want a necklace for your throat o !

But where will you get their price

Here in the beautiful forest ?

O forest-bird !············

O forest-bird···!·········

জমিদাৰে একো নুবুজিলেও গানটোৰ সম্পূৰ্ণ কথাবোৰ বুজি পোৱাৰ নিচিনা কৰিলে। অৰ্গেন আৰু ভায়োলিনৰ শব্দবোৰৰ তাল-মান-লয় সকলোবোৰেই যেন জমিদাৰৰ চিনাকি তেনেকুৱা অভিনয় কৰিলে।

। ডেভিদ হিল কমিছনাৰৰ চকুত জমিদাৰৰ এই কাৰ্য্যকলাপ, অতি বেছি ভক্তি আৰু সমঝদাৰী ঢং চকুত নপৰাকৈ নাথাকিল। তথাপি একো প্ৰকাশ নকৰি মিছেছ হিলক মাতিলে।

জমিদাৰ নিজকে নিজে গৰ্বিত হৈ উঠিল। তেওঁৰ সন্মানাৰ্থে আজিলৈ কোনোৱে ইমানখিনি কৰা নাই। ডেভিদ হিলে তেওঁক তাৰ মানে প্ৰকৃততে ভাল পায়? হিলৰ ব্যৱহাৰত জমিদাৰ সন্তুষ্ট হ'ল।

মোক নিশ্চয় হিল চাহাবে ভাল পায়। নহ'লে গ্ৰামোফোনেৰে গান শুনোৱা, ফটো তোলাৰ কি যুক্তি আছে?—জমিদাৰে নিজে নিজে ভাবিলে।

'ৰেডি'—হিলমেনৰ পুতেক হিউৱে সমুখত কেমেৰা লৈ থিয় হ'ল। ষ্টেণ্ডিং কেমেৰাৰ ক'লা কাপোৰখনৰ তলত নিজৰ মূৰটো সুমাই দি ৰেঞ্জটো ঠিক কৰিলে।

'ৰেডি। প্লিজ বি স্মাৰ্ট। স্মাইল এণ্ড ষ্টেডি।'

জমিদাৰে হাঁহি দিলে। কমিছনাৰ ডেভিদ হিলৰ ওচৰত মিছেছ হিল আৰু জমিদাৰৰ বাউসিৰ ওচৰত হিলৰ দুহিতা মিছ ছফিয়া।

চাহমেল সমাপ্ত হোৱাৰ পিছত জমিদাৰ বহাৰপৰা উঠিল আৰু আঁঠু ল'লে। গৰ্বিত হৈ সদানন্দ আৰু হংসইও আঁঠু লৈ ভৰি চুই সেৱা জনালে। হাতীটোৱে তাৰ শুৰেৰে কমিছনাৰক চেলাম জনাই অহাবাটে ঘূৰি যাবলৈ ধৰিলে।

ডেভিদ হিলে জমিদাৰক পুনৰ সোঁৱৰাই দিলে দুয়োৰে মাজত হোৱা চুক্তিটো। তেওঁ জমিদাৰৰ বিৰোধিতা কৰা সকলো লোকক বশ কৰিব আৰু তাৰ প্ৰতিদান স্বৰূপে মাহেকত জহা চাউলৰ সৈতে বিভিন্ন বচদ-পাতি নিজে আহি চেলাম জনাই দি যাব লাগিব।

জমিদাৰে সম্মতি জনালে. আৰু এবাৰ মিছ ছফিয়ালৈ চালে আৰু মনতে কি ভাবিলে বুজিব পৰা নগ'ল।

মাউতে হাতীটোক আগবাঢ়িবলৈ ইঙ্গিত দিলে।

পুলিচৰ দলটোৱে ভাঠ্লি ৰাভা, লটিচ বড়ো আৰু অসুৰ ৰাজবংশীক গাৱঁত বিচাৰি ফুৰিলে। গাৱঁৰ মানুহবোৰে ভালেই পালে। ফানিংকাই সিহঁতক লগ পোৱা সম্ভাব্য স্থানৰ কথা জনালে।

শালগছৰ হাবিৰপৰা তিনিওকে তাৰপৰা ধৰি লৈ গ'ল। ফানিংকাই দৌৰি আহি খুব আগ্ৰহেৰে গাওঁবুঢ়াক জনালে। তিনিওজন ধৰা পৰিছে।

গাওঁবুঢ়াই একো নক'লে আৰু কোনো ধৰণৰ প্ৰতিক্ৰিয়াও প্ৰকাশ নকৰিলে।

সদানন্দ টেকেলাই জমিদাৰক খবৰ দিলে—সিহঁত তিনিও ধৰা পৰিছে কিন্তু এতিয়াও কেবেনক ধৰিব নোৱাৰিলে। সি সিহঁতৰ ওচৰৰপৰাই শালগছৰ মাজে মাজে ক'ৰবালৈ দৌৰি দৌৰি পলাল।

'ইহঁত চব পাষণ্ডৰ দল। আচলজনাক তাৰ মানে ধৰিব নোৱাৰিলে। সিংহৰ পোৱালিকেইটাকহে ধৰিলে কিন্তু সিংহক ধৰিব নোৱাৰিলে। ধৰিব লাগিছিল কেবেনক, কিন্তু ধৰিলে তাৰ শিশুকেইজনক। যেনে-তেনে সিংহক ধৰিব লাগে।'

'আগতে সিংহ পোৱালিকেইটাক ধৰি বেয়া কাম কৰা নাই।' অন্দৰমহলৰপৰা জমিদাৰ গৃহিণী পাৰ্বতীয়ে দৃঢ়ভাৱে ক'লে।

পাৰ্বতীৰ মাত শুনি জমিদাৰ অন্দৰমহললৈ সোমাই আহিল।

'তুমি কি কৈছা মই বুজিব পৰা নাই'—জমিদাৰে ক'লে।

'সিংহই যেতিয়া পোৱালিক বিচাৰি আহিব, তেতিয়াই সিংহক ফান্দ পাতি ধৰাৰ সময়। কিন্তু ফান্দখন কিমান শক্তিশালী হয় সেইটোহে চিন্তাৰ বিষয়। অৰ্থাৎ চিপাহীবোৰ সষ্টম হৈ থাকিব লাগিব।'

'তুমি ঠিকেই কৈছা, কেবেন ধৰা পৰিবই—'

'পৰিবই নহয়, পেলাব লাগিব। পুলিচৰ দলটোক কিছুদিনৰ বাবে আমাৰ ঘৰতেই চকি পাতিবলৈ কওক। ইতিমধ্যে চাগে ভাঠ্লি, লটিচ আৰু অনুৰক ধৰা খবৰ কেবেনে পাইছে। বলভদ্ৰ, হংস আৰু সদানন্দকো পাহাৰৰ সিপাৰে থাকিবলৈ কওক।'

জমিদাৰে অন্দৰমহলত ঘৰৰ মানুহজনীৰ লগত বহু কথা পাতিলে আৰু তাৰপৰা বাহিৰ হব খোজোতেই ভাই পুনৰ গৃহস্থৰ হাতত ধৰি নিজৰ কাষলৈ চপাই আনি ক'লে—'মই এটা কথা ভাবিছোঁ আৰু ভবামতে কাম কৰিব পাৰিনে নোৱাৰি সেই কথা চিন্তা কৰি চাওক। যদিহে তাকেই কৰিব পৰা যায় আৰু ধন সঞ্চয়। কাৰণ, ধন সঞ্চয় কৰাৰ এইয়েই উপযুক্ত সময়।'

'স্পষ্টকৈ কোৱা'—পাৰ্বতীৰ মূৰত হাত ফুৰাই জমিদাৰে সুধিলে।

'ৰায়তসকলক এতিয়া দেখোন আমি ধানৰ পৰিমাণ কমাই দিবও পাৰোঁ।'

'কিন্তু যোৱা মঙ্গলবাৰে হাটখোলাত ঢোল বজাই কথাটো জনাই দিয়া হ'ল। সিহঁতক আধা-আধাকৈ ভগোৱাৰ কথা কৈছোঁ।'

'সেইটো বুজিছোঁ, কিন্তু এতিয়া চাহাবে আমাৰ গাৱঁলৈ পুলিচ পঠিয়ালে যেতিয়া আমাৰ চিন্তা কিহত? ৰায়তসকল খণ্ডত একোনাই হব। হ'লেও হওক। নিজৰ লাভৰ কথা চিন্তা কৰোঁতে কাৰোবাৰ অলপ অপকাৰ হবই।'

'কিন্তু ৰায়তসকলে জানো কথাটো বুজি নাপাব?'

'পাবই। পালেও তাত অন্য এটা বুদ্ধি খটালেই হ'ল। হাটত পুনৰ ঢোল বজাই শুনাই দিলেই হ'ল—'চাহাবৰ ফাঁড়া

হুকুম' : ৰায়তে ধান কাটি ঘৰলৈ নিব নোৱাৰিব। ধান প্ৰথমে জমিদাৰৰ ঘৰলৈ যাব আৰু চাৰিভাগৰ এভাগ ৰায়তসকলে তাৰ-পৰাই লৈ যাব লাগিব। যিহেতু মাটি আমাৰ।'

জমিদাৰে পাৰ্বতীলৈ তীক্ষ্ণ দৃষ্টিৰে এবাৰ চালে।

'মই জানো, চাহাবক সুধিবলৈ কোনো ৰায়তৰ সাহস নাই আৰু নিয়ম-কানুনো সিহঁতে একো নাজানে। ইফালে মাষ্টৰ জেলত আছেই।'

'যদি কেবেনক সোধে—'

'সেই কাৰণেইতো মই কৈছোঁ, যি কোনো উপায়ে কেবেনক ধৰিবৰ চেষ্টা কৰিব লাগে। কেবেনক ধৰিব পাৰিলে আমি যি ইচ্ছা তাকেই কৰিব পাৰিম।'

পিছদিনা ছুপৰীয়া মঙ্গলবৰীয়া হাটত ঢুলীয়াকেইজনে ঢোল-পেঁপা লৈ যেতিয়া হাটত ওলাল মানুহবোৰে কিবা নতুন খবৰৰ অপেক্ষাত আগ্ৰহান্বিত হৈ উঠিল। সিহঁতৰ বেছিভাগেই ভাবিলে নিশ্চয় কেবেন পুলিচৰ হাতত ধৰা পৰিছে, সেই কাৰণেই জমিদাৰৰ টেকেলা সদানন্দই হাটৰ ওখ ঠাইডোখৰত থিয় হৈছে।

'কিবা নতুন খবৰ ?'

'আছে, আছে—পুৰণা খবৰ নতুন হৈছে।'

'জিলাৰ চাহাবৰ কাঢ়া হুকুম—ধান এতিয়া কাটিব নালাগে। চাহাবে কৈছে অহা আঘোণৰ ২০ তাৰিখৰপৰা সকলোৱে ধান কাটিব লাগিব আৰু সেই ধান জমিদাৰৰ চোতালত থাখিব লাগিব। আগৰ কথা সলনি হৈছে। আধা ধান ৰায়তে নিব নোৱাৰিব। চাৰিভাগৰ এভাগহে পাব।'

'সেইটো কেনেকৈ হব ? সেইটো কেনেকৈ হব ?'

সকলোৱে চিঞৰি উঠিল—'আমাক বান্দৰ বুলিয়েই ভাবিছে। কলৰ বাকলিটো দি সাহখিনি নিজেই খালে।'

'হবই নোৱাৰে, হবই নোৱাৰে'—কেইজনমানে সদানন্দ আৰু ঢুলীয়া কেইজনক খেদি গ'ল।'

ঢুলীয়া এজনে ক'লে—'ভাইহঁত, তহঁতে আমাক বধিলে কি হ'ব? আমাক নবধি তহঁতে জমিদাৰকহে বধিবৰ সময়।'

সদানন্দই ক'লে—'মইও গোলাম। গোলামক যি আদেশ দিয়ে গোলামে তাকেই কৰিব লাগে। জমিদাৰে মোক কৈছে—বগা চাহাবৰ আদেশ। বগা চাহাবৰ কথা নুশুনিলে স্বয়ং জমিদাৰেও বোলে ফাঁচিকাঠত ওলমিব লাগিব।'

'বগা চাহাবৰ আদেশ? হবই নোৱাৰে, চব মিছা কথা। ই বগা চাহাবৰ মন্ত্ৰণা নহয়। ই জমিদাৰৰ ঘৰৰ মানুহৰ—'

'তেনেহলে আমাৰ এতিয়া কি হব? আমি মনে মনে থাকিব লাগিব? এতিয়া ফানিৎকাই আমাক কি কৰিব লাগিব তাকে কব লাগিব। ইয়াৰ উপায় দিবই লাগিব। তোৰ কাৰণেহে কেবেন এই গাম্বঁৰপৰা গুচি গ'ল। সি থকা কাৰণেই আমাক আধা-আধাকৈ ধান দিব খুজিছিল। এতিয়া অম্বুৰ, মাষ্টৰ, লটিচ কোনোজনেই নাই। সিহঁতেও জানি-শুনিয়েই ভাল ফন্দী পাতিছে। আমাক দুৰ্বল দেখি সুবিধা লৈছে--

'ব'ল এতিয়া,—কেবেনক বিচাৰি যাওঁগৈ। তাক আমি বুজাম—আমাৰ ভুল হৈছে, আমাক এইবাৰলৈ ক্ষমা কৰিব লাগে।'

'তাক বিচাৰি পোৱা টান, আৰু পালেও একো 'ফায়দা' নহব। জমিদাৰে বগা চাহাবৰ লগত মিতিৰালি পাতিছে। সেইদিনা যে হৈ দিয়া গৰুগাড়ীত জহা-চাউল-কণী-বৌমাছ-পঠা ছাগলী নি চাহাবক দিছিল, তাকে খুৱাই বল বান্ধি এইবোৰ কৰিছে। শুনা যায়, আৰু দহটা বৌমাছ আজি বাতিপুৱাই টাউনলৈ লৈ গৈছে চাহাবক দিবলৈ। শুনিছো, জমিদাৰৰ ঘৰৰ কাষতেই এটা পুলিচ চকী হব। চাহাব জমিদাৰৰ ওপৰত খুব খুচি হৈছে।'

'কেৰেন থাকিলে আমাৰ সাহস বাঢ়ে। আমি ধানবোৰ ৰাতিৰ ভিতৰতে কাটি আনিম।'

'তাতকৈ ধানবোৰ জুই লগাই দিলে কেনেকুৱা হব?'

'মূৰ্খক! তাকে কৰিলে দেখোন লঘোনে মৰিব লাগিব। ধানবোৰ জুই লগাই দিলে পুৰি যাব। তেতিয়া যি এভাগ পোৱাৰ আশা আছিল তাকো নাইকিয়া হব। মূৰ্খকৰ দৰে কথাবোৰ নকৰিচোন।'

'জুই যে আমি লগাই দিছোঁ, তাৰ কি প্ৰমাণ আছে? আমি নিদিবও পাৰোঁ। বেলেগ গাৱঁৰ মানুহ আহিও জুই লগাই দি গুচি যাব পাৰে। জমিদাৰৰ লগত কাৰোবাৰ বহুদিনীয়া আক্ৰোশ থাকিবও পাৰে।'

'তেনেকৈ ভাবিবহে পাৰি। জমিদাৰৰ ঘৰৰপৰা ধান আশা কৰাটো এটা মূৰ্খকামিহে।'

'আমি ধান পাবই লাগিব। য'ৰেপৰাই নহওক আমাক দিবই লাগিব। আমি জুই লগাই দিয়াৰ কি প্ৰমাণ আছে?'

'মেকুৰীৰ ডিঙিত টিলিঙা আঁৰিব কোনে?'

এইবাৰ সিহঁত সকলো মনে মনে থাকিল।

ফানিংকাই উপায় চিন্তিলে—এতিয়া পিছে কি কৰা যাব?

ক্ষীণকায় মাগুৰ বৰণীয়া ওখ মানুহজনে ৰাতি যেতিয়া কান্ধত ধনু-কাঁড়ৰ সৈতে চাওতাল বস্তিৰ অনন্তৰ ঘৰ ওলাল, নীলফুলে বিশ্বাস কৰিব পৰা নাছিল—সি এই সময়ত ওলাব পাৰে? সনতে জঁৱায় বুলি চিনিব পাৰি তৎক্ষণাৎ দুৱাৰখন জপাই তাক ভিতৰলৈ মাতি লৈ গ'ল।

নীলফুলৰ মুখত কোনো উদ্বেগ নাই, কোনো উৎকণ্ঠা নাই। আনকি সি নোহোৱাত যেন তাই কোনো অসুবিধা পোৱা নাই।

তাই তাৰ ওচৰত থিয় হ'ল। অৱশ্যে সি জানে, তাই এই বস্তিৰ ছোৱালীবোৰতকৈ অলপ বেলেগ। পেনৃকীয়ে এনেকুৱা অৱস্থাত বিচনাৰপৰাই মুঠিলহেঁতেন। সি তাইৰ ধৈৰ্য্য আৰু দুৰ্জয় সাহসক প্ৰসংশা নকৰি নোৱাৰিলে।

বস্তিৰ চাম্পা আৰু হৈৰম্বীয়ে তাইক কেবেনে এৰি যোৱা বুলি জোকায়। তাই এতিয়া তাইহঁতক খং নকৰে। মাত্ৰ হাঁহি দিয়ে। পেনৃকীয়ে নীলফুলক সোধে—তোৰ মানুহটো যে আৰু কি? কেৱল কাজিয়া আৰু কাজিয়া। এনেকৈ কাজিয়া কৰিলে জানো বগা চাহাববোৰক খেদিব পাৰিব?

'পাৰিবতো'—একে আষাৰতে তাই কৈ মনে মনে বহি থাকে।

নীলফুলক সি ভৰিৰপৰা মূৰলৈ এবাৰ চাই ল'লে। সি লক্ষ্য কৰিলে তাইৰ শৰীৰৰ কোনো এক অংশ ঢাকি ৰখাৰ বৃথা চেষ্টা কৰিছে। সেই স্থানত তাৰ চকু পৰাত উৎকণ্ঠাৰে ভৰি থকা মনটোত ফৰকাল ফৰকাল অনুভৱ কৰিলে। কেঁহেৰাজ বৰণ হৈ থকা তাৰ মুখত ক্ৰমাৎ উজ্জ্বলতাই বিৰাজ কৰিলে। এই মুহূৰ্ত্ততে যেন সি সকলো দুখ, ক্ষোভ, যন্ত্ৰণা পাহৰি যাব আৰু নীলফুলক ক'ব—'তই ধন্য।'

সি মনে মনে যিটো কল্পনা কৰি আহিছিল তাইক দেখি তাৰ কল্পনাৰ বাস্তৱ ৰূপটো চাক্ষুষ দৃষ্টিগোচৰ হোৱাত নিজকে নিজে গৰ্ব অনুভৱ কৰি কৰি ক'লে—'তই চাগে বৰ কষ্ট পাইছ?'

নীলফুলে একো উত্তৰ নিদিলে আৰু বুকু ফাটি ওলাই আহিব খোজা দুখ আৰু বেজাৰ মিহলি কান্দোনখিনিক নিজৰ ভিতৰতে দমন কৰি বাউসিৰে চকুপানী মচি তাৰ ফালে চাই হাঁহি দিলে।

শৰীৰৰ অৱয়ব দেখিয়েই সি বুজিলে—তাই এতিয়া বিচনাত থকা দৰকাৰ। কিবা এটা আঙুলিত লেখি চালে আৰু মনৰ ভিতৰতে কিমান সময় হব পাৰে তাক চিন্তা কৰি চালে।

কেনেকৈ বিচাৰে তাৰ এটা ল'ৰা-সন্তান জন্ম হওক। সি মহাভাৰতৰ যুদ্ধৰ কথা পঢ়িছে। মহাভাৰতৰ যুদ্ধৰ যোল বছৰীয়া বীৰ সাহসী যোদ্ধা অভিমন্যুৰ কথা জানে। সুভদ্ৰাৰ গৰ্ভজাত অভিমন্যুৱে কেনেদৰে গৰ্ভত থকাৰ সময়তে যুদ্ধত কেনেদৰে চক্ৰবেহুৰ মাজত যুদ্ধ কৰিব লাগে শুনিছিল।

সিও আশা কৰে, কিজানি নীলফুলেও অভিমন্যুৰ নিচিনা বীৰ জন্ম দিয়ে! কিন্তু এই বিষয়ে নভবা নহয়, যদি অভিমন্যু চট্টোপাধ্যায়ৰ দৰে দেশদ্ৰোহী জন্ম দিয়ে? তেতিয়া?

নিজকে নিজে সাহস গোটাই সি ভাবে—ভাইৰ গৰ্ভত বীৰ অভিমন্যুৰহে জন্ম হ'ব। অভিমন্যু চট্টোপাধ্যায় জন্ম—কেতিয়াও নহয়। হয়তো এই সন্তানটোৱে জমিদাৰ আৰু বৃটিছৰ বিপক্ষে কৰা দুৰ্ঘোৰ প্ৰতিবাদৰ কথাবোৰ নীলফুলৰ উদৰত থকা শিশুৱে শুনিছে। সিও শুনাটোৱেই বাঞ্ছা কৰে। যদি শুনিছে, সি নীলফুলক বৃটিছ চাহাবৰ বৰ্বৰতাৰ কথা, চিপাহীবোৰৰ কদৰ্য্য কাৰ্য্যৰ বৃত্তান্ত কব। সি কোৱা এই জঘন্য বৃত্তান্ত উদৰত থকা শিশুটোৱে শুনিছে। লগতে ইয়াকো শুনক, বৃটিছ চাহাবক যদি সি তাৰ জন্মভূমিৰপৰা খেদি দিব নোৱাৰে, উচ্ছন্ন কৰিব নোৱাৰে তেনেহলে কাৰোৱেই মুক্তি নাই।—সেই কথা প্ৰয়োজন হ'লে সি হেজাৰবাৰ চিঞৰি ক'ব। মহাকাব্যৰ সেই অভিমন্যুৰ দৰে তাৰ সন্তানক কিন্তু মৰিবলৈ নিদিয়ে। কেনেকৈ সিহঁতৰ লগত যুদ্ধ কৰি, বধ কৰি উভতি আহিব লাগে তাৰ উপায় সি নিজেই দিব। যুঁঠৰ ওপৰত মহাভাৰতৰ যুদ্ধৰ অভিমন্যুৰ দৰে সি নমৰে। তাৰ অভিমন্যু জীয়াই থাকিবই।

ভাই লাজতে একো কব নোৱাৰি, ওচৰৰপৰা গুচি গ'ল আৰু কৈ গ'ল—'তাৰ নাম মৰো দেদেৰে, বাগাল বা চিবু নাৰাখোঁ। তাৰ নাম অভিমন্যুৱেই থাকিব।'

ভাই যোৱাৰ পিছত সনত আহি তাৰ ওচৰতে বহিল আৰু গাৱঁৰ মানুহৰ কথা কবলৈ আৰম্ভ কৰিলে।

'বাহা পৰ্বলৈ আৰু কিমান দিন আছে ?'

'আৰু দহদিন। শালগছৰ ফুলবোৰ ফুলিছেনে নাই ? তই য'ত আছিলি তাৰ ওচৰৰ পাহাৰত শালগছৰ ফুলবোৰ ফুলিছেনে নাই ?'

'মই আহোঁতে দেখিছিলো, ঠিক ফুলা-নুফুলাৰ মাজত। কলি ওলালেতো ফুল ফুলিবই'—সি ক'লে।

'অৱশ্যে—'

'আপ্পাক দেখাই নাই। আপ্পাক আজি ৰাতি চাবলৈ যাম। বহুদিন দেখা নাই। মনটো কেনেবা লাগি আছে।'

সনতে হঠাৎ কথা কোৱা বন্ধ কৰিলে আৰু বেৰৰ ফালে চাই থাকিল।

'তোৰ আপ্পাক চাহাবে বান্ধি ৰাখিছে। তিনিদিন একো খাবলৈ দিয়া নাই।'

ৰাতি শান্ত নীড়ত শুই থকা চৰায়ে হঠাৎ শত্ৰুৰ আক্ৰমণ অনুভৱ কৰি চক্ খাই উঠাৰ দৰে চকু দুটা ভ্ৰূৰ ফালে ৰাখি সি সনতৰ ফালে চালে—'বান্ধি ৰাখিছে ?'

'অঁ তোক বিচাৰি নোপোৱাৰ বাবে বিধুকে বান্ধি ৰাখিছে। চাহাবৰ মানুহে তাক বুজাইছিল—তই কেনেনেক ধৰাই দে। বিধুক বোলে বাৰেপতি কৈছিল—নিজৰ দোষ স্বীকাৰ কৰি চাহাবৰ ওচৰত আঁঠু লৈ ক্ষমা খুজিলে চাহাবে একো নকৰে।'

'আপ্পাই তেতিয়া কি ক'লে ?'

'বিধুৱে ক'লে—কেনেনেক বুজাই-বঢ়াই সন্মত কৰোৱাটো টান !'

'তাৰ পিছত ?'

'তাৰ পিছত কি হ'ব আৰু ? কেম্বেল চাহাবৰ আদেশত চিবুৱে তাক ৰত্তিৰপৰা পেটত বহি বান্ধি চোঁচোৰাই নি চাঙ-বঙলাৰ ওচৰৰ শিৰীষ গছ এডালত বান্ধি থৈছে।'

ক্ষুব্ধ হৈ সি বহাৰপৰা উঠিল।

'মই কৈছোঁ, তই এতিয়া যাব' নালাগে। ইমান খং ভাল নহয়। যি কোনো কামকে ধীৰে-সুস্থিৰে কৰিব লাগে। মোক কবলৈ দে; আৰু মোৰ কথা শুন।'

'মোৰ কোনো কথা শুনাৰ ধৈৰ্য্য নাই। মই চাহাবক হত্যা কৰিমেই। পেটত ৰছি লগাই বান্ধি নিয়াৰ নিয়ম কোনখন আইনত আছে? অপৰাধীক পুলিচে নিব। চিবুৱে কেনেকৈ শাস্তি দিব পাৰে?'

'এইবোৰ নিয়ম-কানুন কোনো আইনতে নাই, তথাপি এইবোৰ চলি আহিছে। এইবোৰ চাহাবে বনাই লোৱা নিয়ম।'

'সিহঁতে এতিয়া নীলফুলকে ধৰাৰ কথাও ভাবিছে কিন্তু আমাৰ গাৱঁৰ মানুহবোৰ সজাগ হৈ আছে কাৰণেহে একো কৰিব পৰা নাই। সিদিনা চিবু, দেদেৰে আৰু চাহবাগিছাৰ বৰবাবুৱে এইফালে খবৰ সংগ্ৰহ কৰিছিল। দেদেৰেই নীলফুল ইয়াত থকা কথাটো জানে।'

'দেদেৰেই কেনেকৈ চিবুৰ লগ পালে? দেদেৰে আৰু বাগালক পুলিচবোৰে বান্ধি লৈ গৈছে।'

'বেটাহঁত আজিকালি চাহাবৰ ফালৰ মানুহ। সিও চাহাবৰেই চেলা। চাহাবে এই গাৱঁৰ হাবিত চিকাৰ কৰিবলৈ আহে দেদেৰে চাহাবৰ ছিলৈটোৰ সৈতে বাৰুদ কান্ধেৰে কঢ়িয়াই আনে। শুনিছোঁ, দেদেৰেও এতিয়া ছিলৈ চলাব জানে, গুলী খাজিব জানে।'

'হবই নোৱাৰে, ই অসম্ভৱ। দুয়োকে পুলিচে বান্ধি নিছে।'

'বিশ্বাস কৰিব পৰা নাই? কৰিবও নোৱাৰি। তথাপি কথাটো সঁচা। দেদেৰে থাকে কেম্বেল চাহাবৰ চাঙ-বঙলাত আৰু বাগাল থাকে উত্তৰ ফালৰ চাহবাগিছাৰ ক'লমেন চাহাবৰ চাঙ-বঙলাত। খাকী 'হলপেণ্ট', চাহাবৰ নিচিনা খাকী হাতখৰা চোলা পিন্ধে। জোতা মোজা পিন্ধে। সি বাত্তাৰে গ'লে আজিকালি শব্দ হয়। পূৰাপূৰি চাহাব। বাগালো কিজানি এই কিচিমৰে চাহাব বনি গৈছে।

দেদেৰে আৰু বাগালৰ সিদ্ধান্তত কেবেন হঠাৎ নীৰৱ হৈ পৰিল। সিহঁত সঁচাকৈয়ে কাপুৰুষ। সুবিধাবাদী। সিহঁতে ইমান সোনকালে আত্মসমৰ্পণ কৰিলে কিয় ?

কান্ধত ধনুকাঁড় লৈ সেই ৰাতিয়েই সকলোৰে অজানিতে সি গাৱঁৰ বাহিৰ হৈ বস্তি পালে।

ৰাতিপুৱা দেদেৰে গাহৰি গৰালৰ গাহৰিবোৰক দানা খুৱাই আছিল আৰু চিবুৱে বাপেক বিধুক বান্ধি থোৱা শিৰীষ গছডালৰ অলপ দূৰৈত লাঠি এডাল হৈ থিয় হৈ আছিল। সনতে কোৱা কথাই সঁচা, দেদেৰেৰ ৰেহ-ৰূপ বদলি গৈছে। তাক আগতে দেদেৰে বুলি নিচিনা হ'লে এতিয়া দেদেৰে বুলি ধৰা টান।

প্ৰায় বাৰ গজমান আঁতৰেদি কেম্প্‌বেল গপ্‌গপাই বাংলোৰ ফালে গুচি গ'ল। দেখিয়েই কেবেনে ধনুত হাত দিলে, যদিও কাঁড়পাট এৰি নিদিলে।

কেম্প্‌বেল সোমাই যোৱা দেখি সি দেদেৰেৰ ওচৰ চাপিল।

'দেদেৰে'—সি মাতিলে।

'কেবেন ?' তাক দেখিয়েই দেদেৰেই আশ্চৰ্য্য প্ৰকাশ কৰিলে যদিও অভিনয় কৰাৰ দৰে তাৰ কালে ঘূৰি নাচালে। যেন সি কোনোদিনেই কেবেনক দেখা নাই।

'দেদেৰে—'

সি নিৰুত্তৰ।

তাৰ হৃদস্পন্দন বাঢ়ি গ'ল। অত্যন্ত লজ্জিত হ'ল আৰু ধনুখন চুই প্ৰতিজ্ঞা কৰিলে—সি কেম্প্‌বেল চাহাবক হত্যা কৰিবই। নিৰ্দোষী বৃদ্ধ বাপেকক বান্ধি ৰখাৰ প্ৰতিবাদ সি কৰিবই।

অসুৰ ৰাজবংশীৰ গাৱঁত উত্তপ্ত পৰিবেশৰ সৃষ্টি হৈছে। জমিদাৰে হাটত ঢোল পিটি দিয়াৰ পিছত সিহঁতৰ মাজত মনোমালিন্য চলিল। কোনোবাই ক'লে, গাওঁবুঢ়া ইয়াৰ বাবে দায়বদ্ধ, দিছুমানে ক'লে, কানিংকা—

শঙ্খ ৰাজবংশীয়ে ক'লে—'তেনেহ'লে ভাবি চা, ইয়াতকৈ আৰু চৰমৰ কথা একোৱেই হ'ব নোৱাৰে। জমিদাৰে জানে, গাৱঁত এতিয়া তাৰ বিপক্ষে কথা কোৱা মানুহ এজনো নাই। সেই সাহসতেই সি সুমিত্ৰাৰ ওপৰত এই আচৰণ কৰিলে।'

শঙ্খৰ ঘৰত ৰাতি বহু বেলিলৈ মেল চলিল, কিন্তু কোনোৱে এটা স্থিৰ সিদ্ধান্তলৈ আহিব নোৱাৰিলে।

বেছিভাগেই এতিয়া ফানিংকাক দোষ দিলে। সিহঁতৰ মতে ফানিংকাৰহে দোষ। তাৰ কাৰণেই কেবেন, মাষ্টৰ আৰু লটিচৰ বিৰোধিতা কৰিলে। ফানিংকাই নিজৰ দোষ ঢাকিবৰ বাবে পুনৰ সিহঁতকে দোষী সাব্যস্ত কৰিবলৈ অপচেষ্টা কৰোঁতে বাকীবোৰেও তাৰ ওপৰত বিভিন্ন বাক্যবান এৰিলে।

'তেনেহ'লে, তহঁতে মোক সমৰ্থন কৰিব নালাগিছিল। যদি তহঁতে মোক সমৰ্থন নকৰিলিহেঁতেন তেতিয়াহ'লে বাধ্য হৈ মইও তহঁতৰ লগ লাগিলোহেঁতেন'—ফানিংকাই স্পষ্টভাৱে ক'লে।

'তই কেবেনক এতিয়াই বিচাৰি আনি ক্ষমা খোজা উচিত'—সিহঁতে দৃঢ়মত পোষণ কৰিলে।

ফানিংকাই থিয় দি ক'লে—'ঠিক আছে, যিহেতু তহঁতে মোকেই দুষিছ তেন্তে মই কেবেনক ক্ষমা খুজিবলৈ ৰাজি আছোঁ। কিন্তু কেবেনক মই ক'ত বিচাৰি পাওঁ ?'

'সি ঠিকেই কৈছিল—আমি পঢ়া-শুনা নজনাৰ বাবেই জমিদাৰক বুজা নাই।'

'মই দেখোন আগতেই কৈছিলোঁ।—জমিদাৰে আমাক ঠগাবই। এতিয়া পাইছ মজা ! দেশী কুকুৰে দেশী কুকুৰক কামুৰিলে'—শঙ্খই গদ্‌গদ্ স্বৰে কৈ গ'ল।

বাকীবোৰে মূৰ জোকাৰিলে : হয়, হয়,—

## দহ

চিপাহীৰ বেষ্টনৰ মাজত কেবেনক কাছাৰীলৈ লৈ অহা হ'ল । পাছে পাছে বিধু আৰু সনত চকুপানী মচি মচি আহি থাকিল ।

ফৰিয়াদী পক্ষৰ উকীল লর্ড হান্স আৰু জুৰীৰ বেঞ্চত বহি থকা লর্ড এভৰিবেৰীক উত্তেজিত হৈ থকা দেখা গ'ল । তেওঁ ইফালে সিফালে চাইছে । মাজে মাজে টাইপ মেচিনত খট্‌খটাই কিবা দুশাৰী লিখিছে, পুনৰ বাহিৰ ওলাইছে । মিক্সাৰ পকাইছে ।

কেবেনৰ বিচাৰৰ আজি শেষ দিন ।

মিঃ ওৱাল্টাৰ ছেৰওৱেল আহি জুৰীৰ বেঞ্চত ওচৰতে বহিল । তাৰ পাছৰ বেঞ্চত বাগিছাৰ বৰবাবু অভিমন্যু চট্টোপাধ্যায় ।

বেৰত ওলোমাই থোৱা ৰোমান সংখ্যাৰ পেণ্ডুলাম ঘড়ীটোৰ পেণ্ডুলামৰ শব্দ তল পৰি দহ বজাৰ সংকেত বজাৰ লগে লগে চার্লছ বাইলিন আদালত কক্ষলৈ সোমাই আহিল। চার্লছ বাইলিন আদালত কক্ষত ভৰি দিয়াৰ লগে লগে সকলো বহাৰপৰা উঠিল। থিয় হৈ সকলোৱে স্বাগতম জনোৱাৰ পিছতে চার্লছ বাইলিন দণ্ডাধীশৰ আসনত বহিল ।

আদালত কক্ষত নীৰৱতা বিৰাজ কৰিলে । বেৰত পেণ্ডুলাম ঘড়ীৰ দোলক দুলি থাকিল ।

খট্‌ক—খট্‌ক—খট্‌ক—

কেবেনক আচামীৰ কাঠগড়াত থিয় কৰাই চিপাহী দুজন তাৰ ওচৰত থিয় হৈ থাকিল ।

তাৰ চকুত কোনো নৈৰাশ্যৰ চিন নাই । একো ঘটনাই যেন ঘটি যোৱা নাই । নির্বিকাৰ ।

'My Lord ! সাক্ষীবাদীৰপৰা এইটো স্পষ্টভাৱে প্ৰমাণ হৈছে যে আচামী কেবেন টুডুৱে গছৰ ওপৰৰপৰা ধনুকাঁড় মাৰি

চাহবাগিছাৰ মেনেজাৰ কেপ্তেইন কেম্প্‌বেলক হত্যা কৰিছে। সেয়ে মই প্ৰাৰ্থনা জনাওঁ যে আচামী কেবেনক পেনেল ক'ডৰ ৩০২ ধাৰামতে এই নিষ্ঠুৰ হত্যাৰ অপৰাধী হিচাপে প্ৰাণদণ্ডৰ আদেশ দিব লাগে।'

'Objection my Lord!' বুলি আচামী পক্ষৰ উকীল থিয় হ'ল। 'ফৰিয়াদী পক্ষৰ উকীলে কোৱাৰ দৰে সাক্ষীবাদীৰ-পৰা আচামী কেবেন টুডুৱে কেপ্তেইন কেম্প্‌বেলক হত্যা কৰাৰ কোনো স্পষ্ট প্ৰমাণ নাই। My Lord! আনহাতে, যিপাট কাঁড়েৰে কেম্প্‌বেলক হত্যা কৰা বুলি ইতিমধ্যে ফৰিয়াদী পক্ষৰ উকীলে প্ৰমাণ কৰি দেখুৱাব খুজিছে, মই কওঁ, সেই পাট কাঁড় কেবেনৰ নাছিল। My Lord! কোনোৱে দেখা নাই যে কেবেনে শিৰীষ গছৰ ওপৰৰপৰা ধনুকাঁড মাৰি কেম্প্‌বেলক হত্যা কৰিছে। কেৱল circumstantial evidenceৰ ওপৰত ভিত্তি কৰিহে তেওঁ প্ৰমাণ কৰিব খুজিছে যে কেম্প্‌বেলৰ হত্যাৰ এক-মাত্ৰ অপৰাধী কেবেন টুডু।'

'Objection my Lord!' ফৰিয়াদী পক্ষৰ উকীল পুনৰ থিয় হ'ল।

'Order! Order!'

'My Lord! কেবেন টুডুৱে কেপ্তেইন কেম্প্‌বেলক সেইদিনাৰ বহু আগৰেপৰা হত্যা কৰিবলৈ চেষ্টা চলাই আছিল। ইয়াৰ আগেয়েও কেবাবাৰো চেষ্টা কৰিছিল। ইয়াৰ সাক্ষী হিচাপে কেবেন টুডুৰ একালৰ একেটা ঘৰতে থকা দেদেৰে আৰু বাগানে Trialত কৈছে। গতিকে সেই কথাৰ পুনৰাবৃত্তি মই নিবিচাৰোঁ। My Lord! গতিকে বহুবাৰ চেষ্টা কৰিও কেবেনে যেতিয়া কেম্প্‌বেলক হত্যা কৰিব নোৱাৰিলে সেইদিনা বাতিপুৱা ছেগ বুজি শিৰীষ গছৰ ওপৰৰপৰা কাঁড় মাৰি হত্যা কৰিছে। মৃত্যুৰ সময়ত ঠিক কলিজাৰ ওপৰত কাঁড় পোৱা গৈছিল বুলি ডাক্তৰৰ ৰিপোৰ্টত

প্ৰকাশ হৈ গৈছে। সেই সকলোবোৰ Trial ত পঢ়ি শুনোৱা হৈছে। My Lord! ন্যায় বিচাৰৰ কাৰণে আপুনি ইয়াত বহিছে, আৰু মই আশা কৰোঁ। আপুনি ন্যায়সঙ্গত বিচাৰ কৰিবই। কেবেনে বাগিছাৰ বনুৱাবোৰক যোৱা এবছৰ ধৰি কেম্প্‌বেলৰ বিৰুদ্ধে উচটনি দিছিল, সেই কথাৰ পুনৰাবৃত্তি কৰাৰ কোনো প্ৰয়োজন নাই। আনকি কেবাবাৰো প্ৰাণনাশৰ ভাবুকি দিছিল বুলি বাগিছাৰ হেড এছিষ্টেণ্ট অভিমন্যু চ্যাটাৰ্জীয়ে Trial ত কৈছেই। My Lord, ঘটনাৰ দিনা আচামীয়ে ধনুকাঁড় লৈ শিৰীষ গছৰ ওপৰত উঠি আছিল। ইয়াৰ সাক্ষী কালিয়েই প্ৰমাণ হৈ গৈছে। চিবু, বাগাল আৰু দেদেৰেই কেম্প্‌বেলক হত্যা কৰি নামি আহোঁতে স্পষ্ট দেখা পাইছে। সি যেতিয়া শিৰীষ গছজোপাৰপৰা নামি আহে দেদেৰে চাংবালোৰ গেট ৰখি আছিল। ইতিমধ্যে কেম্প্‌বেলে মাটিত পৰি ছট্‌ফটাই আছে। দেদেৰে 'চিবু' বুলি চিএঞৰি মতাত ওচৰতে কুকুৰা চৰাইৰ গৰালত আধাৰ খুৰাই থকা চিবুৱে দৌৰি আহি খেদি খেদি কেবেনক পিছ ভৰিত থাপ মাৰি ধৰি বগৰাই আঁতৰলৈ ধনুখন পেলাই দিয়ে। আপোনাৰ হয়তো মনত আছে Trial ত কেবেনৰ ধনুখন দাখিল কৰা হৈছে। ইতিমধ্যে দৌৰি আহি একে বাগিছাৰে এছিষ্টেণ্ট মেনেজাৰ ওৱাণ্টাৰ ছেৰওৱেল তাত উপস্থিত হয়। My Lord! ইয়াৰ দ্বাৰাই প্ৰমাণ হয় যে আচামীয়ে পূৰ্ব পৰিকল্পিতভাৱে আৰু সুস্থ মস্তিষ্কৰে কেম্প্‌বেলক গছৰ ওপৰৰ পৰা কাঁড় মাৰি হত্যা কৰিছে।'—ফৰিয়াদী পক্ষৰ উকীল লৰ্ড হাঙ্গে অনৰ্গল কৈ গ'ল।

'হত্যা? What a strange opinion! absurd!'—আচামীৰ উকীলে দণ্ডাধীশৰ ফালে চালে

'Objection my Lord! আচামী কেবেনে সদায় ধনুকাঁড় লৈ ফুৰে। এইটো তাৰ এটা অভ্যাস। আগে-পিছেও সি

তেনেদৰে গছৰ ওপৰত বহি থাকে। তাৰোপৰি My Lord ! বাগিছাৰ সকলো বনুৱাই চাহাবৰ বিপক্ষে বিদ্ৰোহী হৈ উঠা কথা স্বীকাৰ কৰিছে। যদি সেইটোৱেই ঘটিছিল তেনেহ'লে অন্য কৰ্মচাৰীয়েতো বা অন্য বনুৱাইয়ো হয়তো হত্যা কৰি পেলাই থৈ যাব পাৰে। সেই দৃশ্য দেখি কেবেন ভয়তে গছত উঠি আছিল। হয়তো তাৰ ভয় ক্ৰমাৎ বাঢ়ি যোৱাত নিজকে দোষমুক্ত কৰিবলৈ গছৰপৰা নামি আহোঁতে দেদেৰে তাক দেখিলে আৰু 'চিবু' বুলি চিঞৰিলে। চিবুৱেও কোনো চিন্তা নকৰাকৈ কেবেনৰ ভৰিত থাপ মাৰি ধৰোঁতে সি পিচলি পৰিল আৰু ধনুখন কেনেবাকৈ থাকি গ'ল। তাৰ পিছত ওৱাৰ্ল্টাৰ ছেৰওৱেলে যোঁৰাত উঠি কেবেনক ধৰিলে। এইয়া এক ঐতিহাসিক ষড়যন্ত্ৰ ! একজন নিৰ্দোষী মানুহক দোষী সাব্যস্ত কৰাটো জানো এক ষড়যন্ত্ৰ নহয় বুলি প্ৰমাণ কৰিব ?'

'Objection my Lord !' লৰ্ড হাৰ্সে চিঞৰি উঠিল।

'Order, order.'

দণ্ডাধীশ বহাৰপৰা উঠিল আৰু কাৰো কথালৈ অপেক্ষা নকৰি পঢ়ি যাবলৈ ধৰিলে: The court has come to the conclusion that the accused Keben is guilty of committing murder. So I sentence accused Keben Tudu to death under section 302 of the penel code.

And ! I further direct that he be hanged by neck till his death.

## এঘাৰ

'কি হৈছে আমাৰ আগত কৈ দে, আমি জানি লওঁ। ইমান উত্তপ্ত নহবি।' তাৰ হাতৰ দাখন কাঢ়ি আনখন হাতত থাপ মাৰি শঙ্কাই ক'লে—'তই কি কৰিব খুজিছ?'

'মই একো কৰিব খোজা নাই, মাত্র মই নিজকে নিজে হত্যা কৰিব খুজিছোঁ। সকলোৰে বাবে ময়েই দায়ী।' মই দোষমুক্ত হব বিচাৰোঁ।—'

'আত্মহত্যা কৰি দোষমুক্ত হ'ব নোৱাৰি ফানিংকা'—চোট্টকাই হাতত থাপ মাৰি ধৰিলে।

'এৰি দে তই, তই কম পাঁজী নহয়। তয়ো এক পাষণ্ড, তোৰ লগত থাকিহে মোৰ এনে দুৰৱস্থা। এইমাত্র গাৱঁত কি হৈছে জান? নাজান, কোনোৱে নাজান। মইতো বদমাচেই, তহঁতো একে বদমাচ। সুমিত্রাই খাড়া পাহাৰৰপৰা জপিয়াই আত্মহত্যা কৰিছে। নাৰৰীয়াকেইজনে তাইক উঠাই আনিলে কিন্তু নাবাচিল। তলত চাগে শিল আছিল। হাওঁফাঁও ফাটি গৈছে। পানীৰপৰা উঠাই আনোতে মুখেৰে হলাহল তেজ—'

অন্ধকাৰৰ মাজতো সিহঁতৰ চকুবোৰ যেন হিংস্র বাঘৰ দৰে দপ্‌দপকৈ জ্বলি উঠিল। মুখেৰে কিছুমান অস্ফুট শব্দ ভাঁহি গ'ল—সঁচা···সঁচা?

'সঁচা নহয় কি মিছা হ'ব?'

'কিন্তু সুমিত্রাৰ বিয়াৰ দিন ঠিক কৰা হৈছিল।'

'সেই কাৰণেইতো তাইক মোমায়েকহঁতে ভাত খাবলৈ মাতি নিছিল। মোমায়েকৰ ঘৰলৈ গ'লে সক নদীখন পাৰ হ'ব লাগে। তাইক ভাত-পানী খুৱাই মোমায়েকে নিজৰ সাত বছৰীয়া সক ল'ৰাজনৰ সৈতে নাৱত তুলি দি গ'ল। সেইখিনিৰপৰা ঘৰলৈ

বেছি দূৰ নহয় বাবে মোমায়েকে তাতেই তাইক বিদায় দিলে। ইটো পাৰত নাৱৰীয়াই তাইক নমাই দি বাকী তিনিজন যাত্ৰীক সিটো পাৰলৈ লৈ গ'ল। সেইফালেদি জমিদাৰে হাতীত উঠি পাৰলৈ আহোঁতে তাইক দেখি মাউতক হাতী বৈত কৰিবলৈ কৈ খৰখেদাকৈ নামি সুমিত্ৰাৰ ওচৰ চাপি পুনৰ হাতীত উঠি মাউতক অলপ খৰখেদা কৰিবলৈ ক'লে। পামখন পায়েই সদানন্দ টেকেলাক সুমিত্ৰা আৰু সৰু ল'ৰাজনক পামলৈ লৈ আহিবলৈ আদেশ দিলে।'

'তাৰ পিছত ?'

'তাৰ পিছত বাকী থাকিল কিটো। সৰু ল'ৰাজনে হাত এৰা দি দৌৰি দৌৰি সমুখৰ ৰাস্তাৰে পলাল। সুমিত্ৰা ঘৰলৈ ফিৰি নাহিল। নিজৰ সতীত্বৰ সৰ্বস্ব জমিদাৰে কাঢ়ি নিয়াত খাড়া পাহাৰৰপৰা তললৈ জপিয়াই পৰিল '

'ইস ! ইস !'

ফানিংকা অলপ শান্ত হ'ল যদিও বৰ চিন্তিত হৈ পৰিছিল। চোট্ৰিকা আৰু শঙ্কাৰ অন্তৰ এক অজান আশঙ্কাত সেমেকি গ'ল।

ফানিংকাই শালগছৰ ফুলিব ধৰা ফুলবোৰলৈ চাই এটা হুমুনিয়াহ পেলালে। তাৰ এই তৰ্ক-বিতৰ্ক ভাল নলগা হৈছে। নিঃসন্দেহে সি এটা মাৰাত্মক ভুল কৰিলে, যিটো তাৰ অজ্ঞানতাৰ কাৰণেহে হৈছে। গাওঁবুঢ়াৰ লগত সি তাৰ সম্পৰ্ক বলিষ্ঠ কৰিবলৈ গৈহে কেবেনৰ বিৰোধিতা কৰিলে, আনকি গাৱঁৰপৰা চিৰদিনলৈ খেদি দিয়াৰ পক্ষপাতিত্বা কৰিলে।

'ৰাতিয়েই আজি এই কথা কেনেকৈ কব লাগিব। চিপাহীবোৰ শুবলৈ গ'লেই আমি গাৱঁৰ বাহিৰ হম। আজি ৰাতিটো সকলোৱে নিশ্চিন্ত মনে শুই থাকগৈ। অহাকালি ভইঁতে ইয়ালৈ ইমান সময়তে আহিবি। মুকলি ধাঁহনি ডৰাত শুই শুই আকাশৰ তৰাবোৰলৈ চাই চাই ফানিংকাই ক'লে।

'বৰ বেয়া সময়, বৰ বেয়া সময় । সুমিত্ৰাই শেষত তাকেহে কৰিলে ।'

'তেনেকৈ কৈ থকাৰ বাবে আমাৰ ভাল সময় আহিব নেকি? মোৰ বোধেৰে হতাশ হোৱাৰ কোনো প্ৰয়োজন নাই ।'

'এনেকৈ এই গাৱঁত কষ্ট খাই মৰাতকৈ গভীৰ অৰণ্যত, জন্তু-জানোৱাৰৰ ৰাজ্যত আশ্ৰয় লোৱা ভাল আৰু জমিদাৰেও বোধহয় আমাক জন্তু-জানোৱাৰৰ বাহিৰে অন্য বুলি নাভাবে ।'

'মোৰ বোধেৰে নীলফুলৰ ঘৰতেই কেবেন আছে যেন লাগিছে । শেহতীয়া খবৰবোৰ তাক আমি জনোৱা উচিত । সি চাগে' অসুৰ, ভাঠ্‌লি আৰু লটিচক চিপাহীবোৰে ধৰি-বান্ধি লৈ যোৱা খবৰ নাজানে । সি এই কথা কেতিয়াও সহ্য নকৰে ।'

'কিন্তু কেবেনক জনালে কি হব ? সিনো অকলে কি কৰিব পাৰিব ? সিও আমাৰ নিচিনাই । মাত্ৰ তাৰ আমাতকৈ বুদ্ধি অলপ বেছি । ইয়াত কি কৰিবৰ উপায় আছে ?'

'ঠিকেই, এনেদৰে জমিদাৰেও আমাক ভয় নকৰে । মাত্ৰ যুঁজ-বাগৰ এখন চলি থাকিব, তাৰ বাহিৰে পৰিবৰ্তন একো নহয় ।'

'যুঁজ-বাগৰ চলিবই লাগিব ! যুঁজ-বাগৰ নচলিলে কেনেকৈ হ'ব ?'

'আজি অসুৰ ৰাজবংশী থকা হ'লে ঘটনা উল্টা-পাল্টা হৈ গ'লহেঁতেন । সি থাকিলে কেতিয়াও এনে ঘটনা হ'ব নোৱাৰে । ভনীয়েক ঢুকোৱা খবৰটো পালে সি বাৰু কেনেকৈ থাকিব ?'

'জমিদাৰ ইমান বুৰ্বক নহয় । সি হিচাব-নিকাচ কৰিয়েই এই দুষ্কাৰ্য্য কৰিছে । সি জানে গাৱঁত এতিয়া একমাত্ৰ সম্ৰাট সিয়েই, গতিকে সি কাক পৰোৱাই কৰে ?'

'কেৱল জানো এইটোৱেই একমাত্ৰ কাৰণ ? মুঠেও নহয় । জমিদাৰে অলপতে জিলালৈ গৈ ভাব-ভেটি দি আহিছে । জিলাৰ চাহাবে তাক প্ৰবোধ দিছে—কিবা হ'লেই চাহাবে যি কোনো

প্ৰকাৰেই নহওক, সহায় কৰিবই। এতিয়া স্বয়ং চাহাবেই যেতিয়া তাক সাহস দিছে, সি আমাক ভয় কৰিব কিয়? আৰু শুনা যায়, আজিকালি গাওঁবুঢ়াৰ তালৈকে হেনো জমিদাৰে ভাৰ-ভেটি পঠিয়ায়। ইয়াৰ কাৰণ কি? অন্য কাৰণ আৰু কি থাকিব পাৰে? গাওঁবুঢ়াক হাতৰ মুঠিত ৰখাৰ ধান্দা—'

'ইয়াৰ কাৰণে ফানিংকা দায়ী'—শম্ভুই ক'লে।

'কিয়? সি প্ৰতিবাদৰ সুৰত ক'লে। বাৰেপতি মোকেই দোষ দিয় কিয়? তহঁত কি পানীকেঁচুৱা? পাহৰি গ'লি নেকি? এই শালগছ জোপা দেখিয়েই মোৰ মনত পৰিছে। যি সময়ত সেই ঘটনা ঘটিছিল তেতিয়া শালগছৰ কলিবোৰ ওলাইছিল—'

'সেই কথা আমি কোৱা নাছিলোঁ। তইহে সেই ঘটনাৰ প্ৰধান নায়ক। যেতিয়া লটিচ, ভাঠ্‌লি আৰু অম্বুৰ এই তিনিওজনে শালগছৰ হাবিত লুকাই আছিল, সেই লুকাই থকা খবৰটো কোনে জমিদাৰৰ টেকেলা সদানন্দক জনাইছিল? আমি তেতিয়া তোক দঢ়াই দঢ়াই কৈছিলোঁ—যিয়েই নহওক, সিহঁত তিনিও আমাৰ গাৱঁৰ মানুহ। মাষ্টৰে নিজৰ সকলো বাদ দি বিনা বেতনত আমাৰে ল'ৰা-ছোৱালী পঢ়ুৱাইছে। জমিদাৰক বিশ্বাস কৰিব নোৱাৰি। সি বন্ধুভাৱে আহিলেও সি আমাৰ বন্ধু নহয়। বন্ধু বুলিলে লটিচ, অম্বুৰ আৰু মাষ্টৰকহে কম।'—যুক্তি-তৰ্কৰ অৱতাৰণা কৰি সি ক'লে। 'জমিদাৰ আমাৰ সকলোৰে কাৰণে শত্ৰু। শত্ৰুক শত্ৰুভাৱেহে লব লাগে।'

বাকীবোৰে তাৰফালে চালে। মনে মনে সিহঁতে বুজিলে—সিহঁতৰ গাৱঁলৈ এক অশান্ত ধ্বংসৰ সংঘৰ্ষ নামি আহিছে। গাওঁখন সন্ত্ৰস্ত হৈ উঠিবলৈ বেছি পৰ নাই।

অবুজ বিদ্বেষৰ কঠোৰতা তাৰ অন্তৰলৈ নামি আহিল। ধৈৰ্য্য হেৰুৱাই সি ক'লে—'নিলাজহঁত।'

'আমি সকলোৱে নিলাজ—'

'ওঁ, সেই কাৰণেই হবলা সিহঁতে লুকাই থকা খবৰটো জমিদাৰ টেকেলা সদানন্দ আৰু হংসক জনালি। শুনি ল ফানিংকা, তই বেয়া পালেও মই হেজাৰবাৰ চিঞৰি কম—তই ইয়াৰ বাবে দায়ী।'

ফানিংকা এইবাৰ মনে মনে থাকিল আৰু আকাশৰ ফালে চাই ম্লানভাৱে হাঁহি এটা মাৰিলে।

এই হাঁহিৰ অৰ্থ কোনোৱে নুবুজিলে।

ফানিংকাই বেৰপেতিৰপৰা বিৰি এটা উলিয়াই আনিলে আৰু ঘাঁহনি ডৰাত দীঘলকৈ শুই পৰিল। ৰাতিৰ নক্ষত্ৰখচিত আকাশ-খনলৈ চালে আৰু জুইশলাটোৰপৰা কাঠি এডাল উলিয়াই আনি সি ভাবিলে—বৰলাট বাহাদুৰ বা তাৰ যিসকল পাৰিষদ আছে সিহঁতে জমিদাৰৰ এই অত্যাচাৰৰ কথা নিশ্চয় ভালদৰে জানে,—অথচ সিহঁতে জানিও নজনাৰ দৰে বহি থাকে কিয় ?

বিৰিটো টানি থাকোঁতে সেই উত্তৰ সি নিজেই বিচাৰি পালে। জমিদাৰ, পুলিচ, তহবিলদাৰ আৰু জিলাৰ আদালতৰ আমোলা-সকল সদায় একেই; সকলোৰে এটাই ধান্দা। আচল কথা হৈছে—আমাৰ নম্ৰ প্ৰকৃতিয়েই আমাৰ কাল। আমি বেছি নম্ৰ আৰু এই নম্ৰতাৰ সুযোগৰ মাজেৰেই গঢ়ি উঠে সিহঁতৰ বেআইনী আদায়, জবৰদস্তিমূলক আদায়—

ফানিংকাৰ নীৰৱ, ধ্যানমগ্ন মুখলৈ চাই চোট্ৰিকাই একো কব নোৱাৰিলে। সিও মনে মনে থাকিল আৰু বিৰি হুপিবলৈ ধৰিলে।

'মোৰেই ভুল হৈছে দে তেনেহ'লে। কিনো কৰি আৰু ভুল হ'ল যেতিয়া। ক্ষমাকে কৰিবি দে আৰু। তবে এটা কথা ৰে, মইও কিন্তু গাৱঁৰ উন্নতিৰ কথাকে ভাবোঁ—'

চোট্ৰিকাই তাৰ ফালে তীক্ষ্ণ দৃষ্টিৰে চালে। সি বুজিলে,—ফানিংকাৰ স্বৰত প্ৰত্যয় যাবলগীয়া কোনো সুৰ নাই বৰং এই স্বীকাৰোক্তিত সি মুগ্ধ হ'ল।

শঙ্খই তাৰ বিষণ্ণ অথচ বিশাল মুখখনলৈ চাই কিবা ক'ব খোজোতেই চোট্টকাই বিষাদগ্ৰস্ত মনেৰে ক'লে—'বুজিছ শঙ্খ—'

'হুঁ! কৈ যা—'

'ই চালা 'বাহান্‌চোতে' কি ভাবে জান?'

'জানো, আজিকালি বুজিব পৰা হৈছো অৰণ্যে। আমাৰ স্বভাৱসুলভ শান্তিপ্ৰিয়তাক আমাৰ ভীৰুতা বুলিহে ভাবে। এইবাবেই ইমান অকথ্য মাত, ব্যভিচাৰ আৰু অসহ্য নিৰ্য্যাতন।'

ফানিংকাৰ বুজিবলৈ বাকী নাথাকিল যে কেবেনৰ আচৰণবোৰ নিজৰ আচৰণ নহয়। সি তেনেকুৱা হৈ গৈছে। এই আচৰণ এক ধূমায়িত বিক্ষোভৰেই ইতস্ততঃ প্ৰকাশ। বোধহয় সেই কাৰণেই, সিহঁতৰ গাওঁবোৰৰ হৃদয় কঁপাই তুলিছে।

'চাওঁ, দেচোন জুইশলাৰ বাহটোকেই। বিবিটোকে এবাৰ হুপি লওঁ। একদম বিৰক্তি লাগি গৈছে—'

'ইমান সোনকালে বিৰক্ত হ'লেই নহব,—হুঁ ল এইটো।'

'কোম্পানীৰ ৰাজত্ব যে কেতিয়া শেষ হ'ব ভাবিবই নোৱাৰি। ভাবিলেই ভয় লাগে!' শঙ্খই একো উত্তৰ নিদিলে মাত্ৰ ফানিংকাৰ বিৰি হোপাৰ দৃশ্যটো চাই থাকিল।

ফানিংকাই জুইবাহটো উলিয়াই দিলেও তাৰ কথাবোৰত সি পমি নগ'ল যদিও বৰ্তমানৰ কথাবাৰত কোনো শ্লেষ দেখা নাপালে।

চোট্টকাৰ বিষণ্ণ মন আৰু বেছি বিষণ্ণ হৈ উঠিল। তাৰ শেঁতা পৰা মুখখন অন্ধকাৰৰ মাজত বিলীন হৈ আছে। তাৰ অন্তৰৰ জ্বলা জুইকুৰা যেন দপ্‌দপকৈ জ্বলি উঠিল—'চালা বাহানচোত' —অশ্লীলভাৱে চিঞৰিলে সি।

'ইমান উত্তেজিত হ'ব নালাগে চোট্টকা,—সহ্য-শক্তিও মানুহক লাগে। সহ্য, ধৈৰ্য্য, এইবোৰ কিছুমান—'

'কিহৰ সহ্য বা ধৈৰ্য্য আছে ? সুদ গণি গণি ৰজা হোৱা তাৰ হাত দুখন কাটি দিম নেকি ? তাৰ সেই দহটা আঙুলিৰে আজিলৈকে সুদেই গণিলে। জমিদাৰৰ ধাৰণা, যেন দুনিয়াৰ চকুত সি একান্ত নিৰীহ, নিৰ্দোষী ব্যক্তি। অন্যায়ভাৱে আমিহে যেন তাৰ ওপৰত অযথা অত্যাচাৰ চলাইছোঁ—'

'ৰ'বি, এইখিনিতে আৰু এটা কথা আছে'—আকাশৰ তৰাবোৰ চাই চাই সি ক'লে।

'কৈ যা—'

'জমিদাৰে নাভাবে ঋণ পৰিশোধৰ বোজা কঢ়িয়াই যে আমি ভাগৰি পৰিছোঁ। সেয়ে যিকোনো সময়ত আমাৰ মন আক্ষেপেৰে ভৰি পৰে।'

'আমাৰ অত দুখ-কষ্ট, অনাচাৰ আৰু অত্যাচাৰৰ কোনো প্ৰতিকাৰ নাই নেকি ?'

'নাই কাৰণেইতো, শত্ৰুতা দিনক দিনে গুড়-মিঠৈত দানা বন্ধাৰ দৰে তৰপে তৰপে বাঢ়ি গৈছে—বাঢ়ি যাবই।'

চোট্রকাই ফানিংকাৰ কথাষাৰ ভবাৰ পিছতেই তাৰ অন্তৰৰ দাবাগ্নি দপ্‌দপাই জ্বলি উঠিল। ফানিংকাৰ—

'ৰ'বি, মোৰ কথাখিনি শেষ কৰিবলৈ দে। আৰে ভাই, শুন, শুনি ল। আমাৰ মনত যাতে বিদ্ৰোহৰ অগনি জ্বলি উঠিব নোৱাৰে তাৰ বাবেইতো চিপাহীবোৰে পাশৱিক অত্যাচাৰ কৰে। সেয়ে দেশী চাহাবেই হওক বা বিদেশী চাহাবেই হওক, প্ৰথমেই চকু দিয়ে নাৰীত। চাই থাক, কোনদিনা তোৰ-মোৰ ভনীক আমাৰ চকুৰ আগতে কি অত্যাচাৰ কৰে।'

'প্ৰকৃত দেশবৈৰী হৈছে জমিদাৰ। সুবিধা বুজি চাহাবক সি হাত কৰি থৈছে। ইয়াৰ নিচিনা মানুহৰ বাবেইতো বৃটিছৰ বল দিনক দিনে বাঢ়ি গৈছে—'

ইমান সময়ে শঙ্খই সুমিত্ৰাৰ কথাকেই ভাবি আছিল। চোট্টকা আৰু ফানিংকাৰ কথা বন্ধ হোৱাত তাত এক নীৰৱতাই বিৰাজ কৰিলে; সেই নীৰৱতাত তাইৰ কথা ভাবি বেছি বিহ্বল হৈ পৰিল। কিবা এক অজ্ঞাত আশঙ্কাত তাৰ বুকুখন ধপ্‌ধপাবলৈ ধৰিলে। কিন্তু বৰ্তমান জানো তাইৰ কথা ভাবি কিবা লাভ আছে? তাইতো আত্মহত্যা কৰিলেই!

'আমাৰ তুয়োৰে কথা তুয়োৰে বাহিৰে কোনোৱেই নাজানিলে' —শঙ্খই নিজকে নিজে ক'লে।

'এতিয়া মই কি কৰিম'—সুমিত্ৰাই এমাহ আগতে তাক কৈছিল।

'ধেৎ পাগলী, বিয়া হগৈ, মাষ্টৰ মানুহ, শিক্ষিত মানুহ, ভালেই হব। তাকে আকৌ উচুপি উচুপি কবলগীয়া হ'ল কিয়?' শঙ্খই কৈছিল।

তাৰ পিছত তাই এক বিষাদৰ মধুৰ চাঁলৈ কোকৰাঝাৰৰ সেই মাষ্টৰজনৰ লগত বিয়া হবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছিল।

সিহঁত তুয়োকে সুমিত্ৰাৰ কথা কব নেকি?—শঙ্খই এবাৰ ভাবিলে। তাইৰ প্ৰতি হোৱা আকৰ্ষণৰ কথাবোৰ এফালৰপৰা কৈ যোৱাৰ ইচ্ছা হ'ল যদিও প্ৰকাশ কৰাৰ কোনো মুহূৰ্তই বিচাৰি নাপালে। সি মনে মনে থাকিল।

তাৰ নীৰৱ ধ্যানমগ্ন মুখখন আন্ধাৰতে ডুবি থাকিল, কোনোৱে দেখা নাপালে।

লাহে লাহে গাৱঁলৈ ভয়াবহ আৰু বিশাল অন্ধকাৰ নামি অহা যেন ভাব হ'ল চোট্টকাৰ—'ব'ল যাওঁগৈ।'

'ক'লৈ?'

'গাৱঁলৈ। তাত বা আকৌ কি ঘটিছে? এইকেইদিনতো কিবা নহয় কিবা এটা উৎপাত হৈয়েই আছে। বগা বঙালে ইয়ালৈ ৰেললাইন বহুৱাবলৈ আহিছেনে, গাওঁ লুটিব আহিছে

বুজিব পৰাই নাই। সোনকালে ঘৰলৈ যোৱাই ভাল, সাধাৰণতে এনেকুৱা সময়তে দলটো আহে—'

শঙ্খই কথাবোৰ শুনিলে যদিও মনে মনে থাকিল আৰু সুমিত্ৰাৰ স্মৃতিবোৰ মনত পেলাবলৈ চেষ্টা কৰিলে। আপোন কল্পনাত মগ্ন হৈ থাকোঁতে সেই বিশেষ দুপৰীয়াটোৰ দৃশ্য তাৰ মনত পৰিল। এদিন দুপৰীয়া মাছ মাৰি মাৰি ভাগৰি পৰোতে দুয়ো আহি ঝাউবনৰ আঁৰত ছাঁ ললে। এক নিৰ্জন মুহূৰ্তত সুমিত্ৰাৰ পুষ্ট গাল দুখনত তাৰ প্ৰতিশ্ৰুত চুমাবোৰ আঁকি দিছিল। সেই স্মৃতিয়ে তাক সকলো অসহ্য যন্ত্ৰণা সহ্য কৰিব পৰা কৰি ৰাখিছে। ভাইৰ গালৰ ৰংটো, মসৃণ আঙুলিৰ পৰশত সিদিনা তাৰ অন্তৰত এক নিঃসহায় ভাব ফুটি উঠিছিল। সুমিত্ৰা মুহূৰ্ততে অত্যন্ত দুৰ্বল হৈ পৰিছিল আৰু ফুচফুচাই কিবা এক ইঙ্গিত দিছিল।

সুমিত্ৰাই শঙ্খৰ গালত চুমা এটা খাই ক'লে—'সঁচাকৈ কৈছনে?'

'ঔ সঁচাতো!'

'সঁচা, তোৰেই শপত—'

'সঁচা—'

'কিনো ভাবি আছ শঙ্খ? কিবা এটা কৰিব লাগিল দে—'

'কিনো পেক্‌পেকাই আছ? কি হৈছে কি? ঘৰতনো ইমান সোনকালে গৈ কৰিবি কি?'—বিশাল অন্ধকাৰৰ মাজত শঙ্খই বিতৃষ্ণাৰ সুৰেৰে ক'লে।

'খংডালনো ইমান সোনকালেই উঠিলনে? কথা এটা ক'বই নোৱাৰি। চিধাই 'খেঙাত্‌কৈ' উঠ দেখোন—কিয়? মইনো কি বেয়া কথাটো ক'লোঁ! সোনকালে ঘৰলৈ যোৱাৰ কথা কোৱাৰ উদ্দেশ্য আছে। ৰেললাইন সাজিব অহা বগা ইঞ্জিনীয়াৰ চাহাববোৰে আমাৰ দেশী ক'লা চাহাব গাংগুলি, ঘোষ, কানাইবাবু আৰু বোসবাবুৰ সহায়ত যি ইচ্ছা তাকেই কৰিছে। আনকি কুলীৰ মাইকীও সাৰি যাব পৰা নাই। চেৰকাংগুৰিত নতুনকৈ

বগাচাহাৰ আৰু দেশী ক'লা চাহাবৰ কেম্প বহিছে। পৰহি ধৈৰ্য্যচন্দ্ৰ লাংঠাচাৰ ঘৰৰপৰা সাতটা মুৰ্গী আৰু পঠা ছাগলী তিনিটাও জোৰ-জুলুম কৰি লৈ গৈছে—'

'নিলেইবা, আমাৰনো কৰিবি কি ? মিছাকৈ চিঞৰি ফুৰিলে কি হব ?' শঙ্খৰ স্বৰ হঠাৎ উত্তেজিত হৈ পৰিল।

চোট্টকাই তাৰফালে নাচালেই। অন্তৰত হতাশাই তাক খুন্দা মাৰি ধৰিলে। সি অকলে কি কৰিব ? ব্যৰ্থতাৰ বেদনাত তাৰ হৃদয় কঁপি উঠিল। ক'ৰবাৰ বননিত ডাউক চৰাই এটাই মাতিলে। —শব্দটো বহু দূৰ-দূৰণিলৈ ভাঁহি-উটি গ'ল।

ৰেলৰেৰ ইঞ্জিনীয়াৰ চাহাবে যোৱা এমাহৰপৰা হাঁহ-মুৰ্গী, ছাগলী জোৰ-জুলুম কৰি লৈ গৈ আছে।

শঙ্খই নিঃশব্দে আৰু এক বিহ্বল মন লৈ ধাঁহনিৰপৰা উঠিল। 'আৰে ভাই, এই সকলোবোৰ দেখি-শুনিও মনে মনে আছোঁ। তিনিআলিত তম্বুৰ তলতে কমেও পাঁচশ মাইকী মজদুৰ আছে। তাততো সদায় হাল্লা হয়, তথাপি তাইহঁতে চুপ-চাপ আছে। কিয় ?' সি ওলোটাই প্ৰশ্ন কৰিলে।

'সিহঁতৰ মাজত কোনো মিলা-প্ৰীতি নাই'—ফানিৎকাই দৃঢ়-ভাৱে ক'লে।

'বুজিলোঁ।' —শঙ্খই গম্ভীৰভাৱে ক'লে।

'কি বুজিলি ?' আশ্চৰ্য্য প্ৰকাশ কৰি সি তাৰ ফালে চালে।

'একেই কথা, আমাৰ মাজতো কোনো মিলা-প্ৰীতি নাই। নহ'লেনো কেনেকৈ আমি গাৱঁৰপৰা বাহিৰ হৈ যাবলৈ কওঁনে ? তাৰ বাবে দায়ী কোন ?'

ফানিৎকাই শঙ্খই দিয়া প্ৰশ্নৰ উত্তৰ শুনি ক্ষুণ্ণ হৈ ক'লে— 'তাকেহে ভাবি পালিগৈনে ?'

'বেয়া পালি নেকি ?'

'মই বাবাদ্বাৰ কৈছোঁ যে ইয়াৰ বাবে কেৱল মৱেই দোষী নহয়, তইঁতো কিন্তু ইয়াৰ ভিতৰত—'

'মুখ চম্ভালি কথা কবি ফানিংকা। সহুৰ এটা সীমা আছে—'

শঙ্খই উচাট মাৰি তাৰপৰা আন্ধাৰৰ মাজে মাজে গুচি গ'ল।

মুহূৰ্ততে ফানিংকাৰ দেহটোক কিহবাই জড় আৰু শীতল কৰি পেলালে। সি করুণভাৱে শঙ্খ যোৱাৰ ফালে চাই থাকিল। 'মোক কোনোৱে নুবুজিলে'—সি আপচোচৰ সুৰেৰে ক'লে।

'বুজিব কোনে? কোনে কাক বুজিবৰ চেষ্টা কৰিছে। তই আমাক কেতিয়াবা বুজিবৰ চেষ্টা কৰিছনে? কেতিয়াও কৰা নাই।'

করুণভাৱে সি তাৰফালে চালে।

'তেনেহ'লে তোক কোনে বুজিব?' উচাট মাৰি চোট্ৰকাও আন্ধাৰৰ মাজেৰে গুচি গ'ল।

অটব্য অৰণ্যৰ মাজত খৰিকটীয়াই কুঠাৰেৰে খৰি কাটি থাকিলে যি শব্দ হয়, তেনেকুৱা শব্দেৰে আঁতৰৰপৰা চোট্ৰকাই চিঞৰিলে —একেখিনি কথা পাগুলিয়াই থাকিলে কি হ'ব?

কথাষাৰ শুনি, অটব্য হাবিৰ মাজত খৰিকটীয়াই কাঠত কুঠাৰেৰে ঘাপ মৰাৰ দৰে, চোট্ৰকাই তাৰ বুকুতে কুঠাৰেৰে ঘাপ মৰা যেন অনুভৱ কৰিলে।

ফানিংকাৰ বুকুখন হঠাৎ সেমেকি গ'ল। ছিঃ তাৰ যে মনটো কেনেকুৱা লাগিছে! গোটেই গাওঁখনে কেৱল তাকেহে পাইছে।

শালগছ এজোপাত ধৰি সি কিছু সময় এনেয়ে ৰ'ল আৰু কিবা এটা ভাবিলে। তাৰ মনত লাহে লাহে অপমানৰ অৱসাদে দেখা দিছিল যদিও খন্তেকপৰ নিস্তব্ধ হৈ কিবা এটা ভাবিলে—

অদূৰৰ ডাউক চৰাইবোৰে হঠাৎ কোঢ়াল লগালে।

বহুদূৰৈৰপৰা ভাঁহি অহা কেতেকী চৰাই এটাৰ মাতত কেৱেনৰ তন্দ্ৰা ভাঙিল। অন্ধকাৰ চেলৰ ভিতৰৰ চুক এটাত সি ৰহি

থকা ঠাইৰপৰা ওপৰৰ পোহৰ অহা ফুটাটোলৈ চালে। তাৰ মন বিষাদেৰে ভৰি পৰিল। কেতেকী চৰাইৰ মাত সি আৰু কোনোদিনেই শুনিবলৈ নাপায়, নীল দিগন্ত, সেউজ বনমৰ্মৰ ধ্বনিও যেন তাৰ বাবে চিৰদিনৰ কাৰণে স্তিমিত হৈ আছিছে।

নীলফুলৰ কথা ভাবি সি হুমুনিয়াহ কাঢ়িলে। অন্তৰখন কিবা এক বেদনাত কঁপি উঠিল। বিয়াৰ পিছত সি আৰু তাই ভালদৰে কোনো কথাই আলোচনা কৰিব নোৱাৰিলে। বেচেৰীয়ে অসন্তৱ কষ্টত দিন কটাইছে। কোনোদিনেই দুসন্ধ্যা ভালদৰে খুৱাব নোৱাৰিলে। এতিয়াতো কথাই নাই, তাৰ অবিহনে তাই হয়তো মানসিকভাৱে দুৰ্বল হৈ পৰিব।

কেবেনে হাতৰ আঙুলিত লেখি বৈ গ'ল;—কথাটো সম্পূৰ্ণ পাহৰি গৈছিল। নীলফুল নিশ্চয় এতিয়া প্ৰসৱ বেদনাত অস্থিৰ, নহয়তো সন্তান ভূমিষ্ঠ কৰিলে।

যদি তাৰ ল'ৰা-সন্তান হয়? নিশ্চয় তাৰ দৰে হ'ব—সি এটা অনুমান কৰিলে। যদি তাৰ ছোৱালী সন্তান হয়, তাইও কিজানি নীলফুলৰ মনৰ দৰেই একাঁজলি শুভ্ৰ, সুকোমল চিৰসেউজীয়া বনৰীয়া কেতেকী ফুলৰ দৰেই হব।

এনেদৰে ভাবি থাকোঁতে কোনোবা সময়ত তাৰ অন্তৰখন হঠাৎ যেন ক'লা পৰি গ'ল। দীঘল হুমুনিয়াহ পেলাই ভাবিলে—এবাৰ অন্তত: গাওঁখন চাব পৰাহেঁতেন! এবাৰ চাহবস্তি চাব পৰাহেঁতেন—সিহঁতে কি কৰিছে? দেদেৰে, বাগাল, উদৰে, সনন্ত আৰু চিবু হাজদা? সিহঁতে বাৰু মোৰ কথা ভাবেনে? হয়তো মোৰ এই দুঃসংবাদত সিহঁতে ভাল পাবও পাৰে।

এবাৰ অন্তত: নীলফুলক চাই আহিব পৰাহেঁতেন! তাই তাক ছাঁৰ দৰে খেদি ফুৰিছে, অথচ সেই ছাঁ সি লগ পাব নোৱাৰে। বিৰহত জৰ্জৰিত অন্তৰত তাৰ আপোন বুলিবলৈনো আছে কোন? বিৰহ, বেদনা, অশান্তি, অনিচ্ছা, অনিদ্ৰা, বিতৃষ্ণা, অৱসাদ,

অনিহা, প্ৰতীক্ষা, ক্ৰোধ, জ্বালা আদি সকলোৱে তাক জুমুৰি দি ধৰিলে।

সিনো কৰিলে কিটো ? আত্মসমালোচনা কৰি সি ভাবিলে। এতিয়া একো পৰিবৰ্তনেই কৰিব নোৱাৰে। হয়তো তাৰ জীৱন কিছুবেলি পিছতেই বা-মৰালীত উৰি ফুৰা গছৰ পাতৰ দৰেই উৰি গুচি যাব।

এনেদৰে ভবাৰ পিছতেই তাৰ অন্তৰত নীলফুলৰ স্মৃতিয়ে বিৰাজ কৰিলে।

নীলফুলক সি যেতিয়া প্ৰথমবাৰ দেখিছিল তেতিয়া বকুল ফুলবোৰ ফুলিবলৈ আৰম্ভ কৰিছিল। পাতল পাতৰ মাজেৰে বৰ্ষাৰ আকাশৰ নীলিমাক ছায়াচ্ছন্ন দেখা গৈছিল। বাপেক সনতে শামুকৰ চূণৰ বেপাৰ কৰিবলৈ গাৱঁৰ বাহিৰলৈ ওলালে তাই তেতিয়া মাকৰ সৈতে পথাৰলৈ ভুঁই কৰবলৈ ওলাইছিল। সি তাৰ ওচৰৰ হেল নদীত মাছ ধৰিছিল। প্ৰখৰ ৰ'দত ভুঁই কই থকা নীলফুলে মাকৰ অজানিতে তাৰফালে কেৰাহিকৈ চাইছিল। সি তেতিয়া ফুলি থকা ফুলবোৰৰ মাজেৰে নদীৰ সিপাৰৰ নীলা পাহাৰৰ ফালে চাইছিল। অদূৰৰ বতাহত ভাঁহি অহা বকুল ফুলৰ সুঘ্ৰাণ যেতিয়া তাৰ নাকত লাগিছিল তেতিয়া হেল নদীৰ পানীবোৰ অবাধ গতিৰে থল্‌থলাই কাষৰ সেউজ ভাঙি গৈ আছিল।

সেই সময়ত দুয়োৰে দেহতেই আছিল যৌৱনৰ সহজ চাঞ্চল্য, অটুট স্বাস্থ্য, আৰু এক ৰোমাঞ্চকৰ সন্নিবেশ। তাইৰ মুৰৰ ওপৰত হাউলি পৰা কৃষ্ণচূড়া গছৰ পাতৰ ফাঁকেৰে ছুই গৈছে বৰ্ষাৰ ৰ'দ। সি বাৰে বাৰে নীলফুলক কিবা এটা কব বিচাৰিছিল, অথচ সি সাহস কৰিব পৰা নাছিল—মাত্ৰ, তাৰ কাণৰ কাষত সৰু নদীখনৰ জলধাৰাৰ কল্লোল বাজি আছিল।

চেলৰ ভিতৰত বহি থাকি সি তাৰ বিগত দিনৰ স্মৃতিকে ৰোমন্থন কৰিছিল। জীৱনত আজিৰ দৰে, কোনোদিনেই ইমান

এক বিকট নিঃসঙ্গতাৰ সমুখীন হোৱা নাছিল। সি তাৰপৰা উঠিল, দুইখোজমান খোজকাঢ়িলে। কিন্তু চৌদিশ অন্ধকাৰ, হয়তো আৰু কিছু বেলি পিছুৱেই তাক চেলৰ ভিতৰৰপৰা উলিয়াই লৈ যাব।

সম্পূৰ্ণ স্তব্ধ হৈ পুনৰ বহি পৰিল কেবেন। তাৰ জীৱনী-শক্তিৰ শেষ বিন্দুটিও যেন নিঃশেষ হৈ গৈছে। দুদিনৰ স্নায়ৱিক উত্তেজনাই প্ৰকৃততে তাক দুৰ্বল কৰি পেলাইছে। চৌদিশে যেন এক বন্ধ বন্ধ ভাব। ইয়াত ক'তো বনৰীয়া ফুলৰ সুঘ্ৰাণ নাই, বকুল ফুলৰো সুঘ্ৰাণ আহিব নোৱাৰে—চৌদিশ বন্ধ, ৰুদ্ধ আৰু অপৰিচিত--বহিৰ্জগতৰ মধুৰ স্পৰ্শ, সেউজ নীলা প্ৰান্তৰ ইয়াত নেদেখি। এইটো এটা চেল। ইয়াত যিয়েই থাকে তাৰেই ফাঁচি হয়।

লটিচ আৰু ভাঠ্লিহঁতৰ গাওঁখন কিজানি এতিয়া আৰু বেছি সন্ত্ৰস্ত হৈ উঠিছে,—পুলিচ চিপাহীবোৰে কিজানি পিয়াপি দি ঘূৰি ফুৰিছে। লটিচ আৰু ভাঠ্লিক এবাৰ অন্ততঃ সি লগ পোৱা হ'লে, সি বুজাই দিলেহেঁতেন—'সন্তুষ্ট গাহৰি হোৱাতকৈ অসন্তুষ্ট চক্ৰেটিছ হোৱাই ভাল।' আৰে ভাই কিবা এটাতো কৰিবই লাগিব। কৰা, নহ'লে মৰা। ফানিংকা আৰু চোট্ৰকাই কথাবোৰ নুবুজে। যিয়ে যেনেকৈ বুজায় সিহঁতে তেনেকৈ বুজে। সেই বুলি বহি থাকিব নোৱাৰি। সিহঁতক যি কোনো উপায়ে বুজাই-বঢ়াই তুলিব লাগিব। বেচেৰাহঁত অশিক্ষিত, একো নাজানে, গতিকে শিকাই-বুজাই লোৱাটো আমাৰ ধৰ্ম। আক্ষেপ কৰি থাকিলে নচলিব—স্কুলখনো তেনেদৰেই থাকিল, একো নহ'ল। স্কুলখন চলোৱাৰ অন্ততঃ কিবা এটা ব্যৱস্থা কৰিব লাগিছিল—

মনশ্চক্ষুত স্কুলঘৰৰ দৃশ্যটো ভাঁহি উঠিল। পাহৰাণৰ সেউজ প্ৰান্তৰ, মাজে মাজে ঘন পাতল সেউজৰ মাজত বাধাচূড়াৰ টিকটিকীয়া ফুলবোৰ, সোণাৰুৰ পকা ঘূৰণীয়া নেমু বৰণীয়া হালধীয়া ফুলবোৰ তাৰ মনশ্চক্ষুত ভাঁহি উঠিল। সি যেন শ্ৰেণীত অদুৰৰ

পৰা ছিলদল ভাঙি অহা ল'ৰা-ছোৱালীৰ মাজত থিয় হৈ কিবা শিকাব বিচাৰিছে—

সকলো ল'ৰা-ছোৱালীৰেই বুদ্ধি আছে। সুবিধা পালেই সকলোৰেই শিক্ষিত হ'ব পাৰে; সিহঁতক এই চৰকাৰে অশিক্ষিত হৈ থকাটোকে বিচাৰে। সেই আপাহতে লুটি নিয়াৰ কৌশল। পিছে কিমান দিন?

চেলৰ ভিতৰত সি পুনৰ বিদ্ৰোহী হৈ উঠিল। ফানিংকা, ভাঠ্‌লি, লটিচ, চোট্ৰকা সকলোকে তাৰ এই মুহূৰ্ততে লগ পোৱাৰ ইচ্ছা হ'ল; সিহঁতৰ ভৱিষ্যতৰ কৰ্মপন্থা কি হ'ব লাগিব তাৰে আলোচনা কেনেকুৱা হ'ব লাগিব সেই বিষয়ে আলোচনা কৰাৰ তাৰ প্ৰবল ইচ্ছা জন্মিল।

তাৰ সুপ্ত আবেগ হঠাৎ জাগৰিত হ'ল।

মই অহাৰ পিছতেই কিজানি সিহঁতে আত্মসমৰ্পণহে কৰিলে।

নকৰিবও পাৰে।

কৰিবও পাৰে। বোধহয় কৰিছেই—যিহেতু সিহঁত কিছু পৰিমাণে হ'লেও ভীৰু।

যদি সেইটোৱেই হয়, তেনেহ'লে সি বিষম আঘাত পাব। তাৰ হৃদয়ৰ সমগ্ৰ আবেগেৰে সি ভাঠ্‌লিহঁতক ক'ব বিচাৰিছে·—'ভাইহঁত তহঁত বহি নাথাকিবি। নিজক চিনিবলৈ চেষ্টা কৰ। আত্ম-সমালোচনা কৰিবলৈ চেষ্টা কৰ। মই প্ৰতিজ্ঞা কৰিছিলোঁ, চাহাবক মাৰিমেই, হত্যা কৰিমেই। আচল কথা কি জান—বুকুখন ডাঠ্‌ কৰিব লাগে। অন্তৰখন দ্বেষত তপত হৈ উঠিলেই বহুতো কাম কৰিব পাৰি মাত্ৰ লাগিব বগা বঙালৰ প্ৰতি বিদ্বেষ।' সেই প্ৰতিজ্ঞা সি পূৰণ কৰিলে। হয়তো আৰু কেইঘণ্টামানৰ পিছতেই ফাঁচিকাঠত ওলোমাব। তাৰ কাৰণে মোৰ কোনো উদ্বেগ নাই—হাঁহি হাঁহি ডিঙিত চিপজৰী লম।

······চেলৰ দুৱাৰখন যেন লাহে লাহে কোনোবাই খুলিব ধৰিছে। সি বুজি পালে ইয়াৰ পিছত তাৰ কি হবগৈ।

নীৰৱতাৰ পীড়নত তাৰ অন্তৰ ইতিমধ্যেই দগ্ধ হৈ পৰিছিল। ছাগলী এটাক মাকৰ সমুখৰপৰা টানি-আজুৰি নি সমুখত বলি দিয়াৰ যি বাস্তৱ সত্য তাক সি আজি উপলব্ধি কৰিলে। সেইবুলি সি ভীৰু হ'ব নোৱাৰে, আৰু নহয়ো। চিপজৰী সি হাঁহি হাঁহি গ্ৰহণ কৰিব।

পুলিচ ইন্সপেক্টৰ মিষ্টাৰ কেছৰেলক চেলৰ সমুখতে খট্‌খট্‌ শব্দ কৰি ব্যস্তভাৱে চলা-ফুৰা কৰা দেখা পালে। তথাপি যোৱাৰ আগেয়ে সি তাৰ নীলফুলক যদি এবাৰ চাই যাব পাৰিলেহেঁতেন! তাৰ আশা পূৰণ নহ'ল।

চেলৰ দুৱাৰ সম্পূৰ্ণৰূপে খোল খাই গ'ল। মাকৰ বুকুত উম লৈ থকা কুকুৰা পোৱালিক আনি ডিঙি মোচৰা দৃশ্যটো কেনেকুৱা হব তাক এবাৰ অনুভৱ কৰিলে।

কেবেনে বুজিলে তাৰ সময় হৈ গৈছে। এই মুহূৰ্তত সমবেদনাত কান্দিবলৈ কোনোৱে নাই। ভাঠ্‌লি, লটিচ কোনোবা এজনক দেখা হ'লেও—

ইন্সপেক্টৰ মিঃ কেছৰেলে ধৰ্মযাজকৰ লগত কিবা আলোচনা কৰিলে, দুয়োৰে মাজত কিবা এক ভাবৰ আদান-প্ৰদান চলিল। দুয়ো বিকৃতভাৱে হাঁহিলে আৰু কৰমৰ্দন কৰিলে। তাৰ কাৰণ কোনোৱে নুবুজিলে। এনে সময়তে চিপাহীৰ বেষ্টন এটা সাৱধানে থিয় হোৱাত দুৱৰীয়ে কেবেনক আনি তাৰ মাজত সুমাই দিলে।

চিপাহীৰ বেষ্টনৰ মাজত সুমাই আনি তাক কাঁচিকাঠৰ শ্লিপাৰত থিয় কৰাই দিয়াত একজাঁই টোপধ্বনি শুনা গ'ল।

সি হাঁহিমুখে নিৰ্ভীকভাৱে সমুখ প্ৰান্তৰলৈ চালে। দূৰৈৰ নীলা পৰ্বতৰাশি চাই থাকোঁতে হঠাৎ একো নেদেখা হোৱাত সি বুজিলে তাৰ মুখত ক'লা কাপোৰ এখন মেৰিয়াই দিয়া হৈছে।

চিপজৰীডাল আনি তাৰ ডিঙিত লগাই দিয়া হ'ল।

তাৰ পিছতেই শুনা গ'ল ধৰ্মযাজকৰ গদ্‌গদ্‌ স্বৰৰ…'ধৰ্ম বাণী'!

কেবেনে কব বিচাৰিছিল—বদমাচহঁত, এতিয়া মোক ফাঁচি দিয়াৰ সময়ত ধৰ্মবাণীৰ সহায় লৈছ। জহান্নামে যাওক তহঁতৰ সেই ধৰ্মবাণী—কিন্তু সি নক'লে।

হেল নদীৰ পানী ধীৰে ধীৰে ব'বলৈ ধৰিলে। বগা জীয়া এটাই পানীৰ ওপৰে ওপৰে উৰি ফুৰিছে। প্ৰকাণ্ড আঁৰি মাছ এটাই তীব্ৰ বেগেৰে আগবাঢ়ি গ'ল।

কেবেনে বুকু ডাঠ কৰি থিয় হ'ল। সি নিজকে নিজে নিৰ্দোষী বুলি ভাবি গৌৰৱবোধ কৰিলে। জৰ্জৰিত অন্তৰত উমি উমি বেদনাৰ জুই জ্বলিবলৈ ধৰিলে; অথচ সেই কথা প্ৰকাশ কৰিবলৈ তাৰ ওচৰত কোনো নাই—কাক কব? ধনুকাঁড় তাৰ হাতত থকাহেঁতেন সি এজন-এজনকৈ প্ৰতিশোধ ললেহেঁতেন।

দণ্ডাধীশে কেবেনক ফাঁচি দিয়াৰ যুক্তি বিৱৰণী পাঠ কৰিলে।

সেই যুক্তিত তাৰ থুৱাই দিয়াৰ দিয়াৰ ইচ্ছা হ'ল। সি কব বিচাৰিলে—পৰাধীন গোলামী জীৱনৰ কোনো মূল্যই নাই। মোক ফাঁচি দিয়াৰ সেই তৰল যুক্তিবোৰ বন্ধ কৰ—সি চিৎকাৰ কৰি উঠিল।

ইতিমধ্যে সি একো নেদেখা হৈছে,—ক'লা, এন্ধাৰ অনুভৱ কৰিলে। তাৰ চিঞৰি চিঞৰি কোৱাৰ ইচ্ছা হ'ল—জহামালৰ পোৱালিহঁত, তহঁতৰ সেই বগা চামৰাৰ মানুহৰ তৰল যুক্তিবোৰ মোৰ নিচিনা কোটি কোটি কেবেনে কোনো পৰোৱাই নকৰে। চাই থাকিবি তহঁতৰ এই বৰ্বৰতাৰ বেলি মাৰ যাবই—

পুলিচ ইন্সপেক্টৰ মিষ্টাৰ কেছৰেলক হাতঘড়ীৰ কাঁটাডালত ব্যস্ত থকা দেখা গ'ল।

'পুল'—কেছৰেলে তীব্ৰভাৱে চিঞৰিলে।

কাঁচিকাঠৰ পুলাবডাল তললৈ দাণ্ডি দিয়াৰ লগে কেবেনৰ চকু চিৰদিনৰ বাবে মুদ খাই গ'ল।

বতাহ ধীৰে ধীৰে বৰলৈ ধৰিলে। বগা জীয়াটো বহু দূৰেকে উৰি গুচি গ'ল। শান্ত নীল আকাশত লাহে লাহে মেঘ জমা হবলৈ ধৰিলে। বহু দূৰত কপৌ চৰায়ে ককণভাৱে কণ দিলে।

সিফালে নীলফুলে গৰ্ভৰ ভিতৰত এক তীব্ৰ বিষ অনুভৱ কৰিলে। প্ৰসন্ন বেদনাত টান মাংসপেশীবোৰ এক অজ্ঞাত উত্তেজনাত কঁপি উঠিল। ঘুনুক-খানাককৈ কেবেনৰ কাঁচিৰ খবৰটো পালে, তথাপি তাই নিৰাশ নহ'ল। তাই বুজিলে—নিৰাশ হ'লে তাইৰহে লোকচান। গৰ্ভত থকা কেবেনৰ সন্তানটোৰ কষ্ট হ'বও পাৰে। কেবেনৰ প্ৰতি তাইৰ অন্তৰ গভীৰ সহানুভূতিত গলি গ'ল। তাই কেবেনৰ পুৰুষসুলভ কাঠিন্যৰ লগত মিশ্ৰিত হৈ থকা সুকোমল স্পৰ্শৰ কথা কেতিয়াও পাহৰিব নোৱাৰে।

বিচনাত নিশ্চল হৈ পৰি থাকি কেবেনক দেখা পোৱাৰ কথা কল্পনা কৰি নিৰাশ হ'ল। অসম্ভৱ, তাতে আকৌ এই সময়ত। বোধহয় তাৰ ফাঁচি হৈয়েই গ'ল। এইখিনি সময় যদি সি তাইৰ ওচৰত থাকিলহেঁতেন! তাই যথেষ্ট সাহস পালেহেঁতেন।

কব নোৱাৰাকৈয়ে তাইৰ চকুপানী উথলি উঠিল।

আয়ুৱে তাইৰ হাত দুখন বিচনাত বান্ধি দিলে আৰু ক'লে—'লাহে লাহে উশাহ লবি।'

চুবুৰীৰ চাম্পা, হৈৰম্বীহঁতে হাঁহি হাঁহি নীলফুলৰ ঘৰত সোমাল আৰু সোমায়েই শুনিলে—সদ্যজাত শিশুৰ কান্দোন।

দুখৰ মাজতো সনতে হাঁহি হাঁহি পদূলিলৈ ওলাই আহিল। সদ্যজাত শিশুৰ অস্থিৰ কান্দোন। এই ক্ৰন্দন ধ্বনিত হ'ল চৌদিশে। চাম্পাই বাটৰ কাষত বৈ থকা সনতক খবৰ দিবলৈ দৌৰি আহিল—'খুৰা, খুৰা, নীলফুলে ল'ৰা জন্ম দিছে।'

সনতে জানিও নজনাৰ ভাও ধৰি সুধিলে—'হয় নেকি? বেছ বঢ়িয়া কথা তেন্তে।'

অভূতপূৰ্ব শান্তি অনুভৱ কৰাৰ দৰে তাই ক'লে—'বঢ়িয়া, বঢ়িয়া।'

পেন্‌কি, হৈৰম্বীহঁতে হাঁহি হাঁহি পিছদিনাও নীলফুলৰ ঘৰত সোমাল আৰু বিমৰ্ষ মনেৰে বহি থকা নীলফুলে সিহঁতৰ উপস্থিতিত হাঁহি দিলে।

নীলফুলৰ বিমুগ্ধ চকুযুৰিলৈ চাই হৈৰম্বীয়ে ক'লে,—'বাইটি, পিছে বাপুৰ নামটো কি ৰাখিম বুলি ভাবিছ আক' ?'

তন্দ্ৰাজড়িত চকুৰে আমোদ অনুভৱ কৰি তাই এক স্মিত হাঁহি মাৰি ক'লে—'আগতে ইয়াৰ নাম অভিমন্যু ৰাখিম বুলি ভাবিছিলোঁ। এতিয়া আৰু সেই নামেৰে নামাতো।'—কেঁচুৰাটিৰ মুখত হাত ফুৰাই তাই ক'লে। বাপেকক ফাঁচি দিয়াৰ সময়তে ইয়াৰ জন্ম হৈছে। ই বাপেকৰ দূত—'গোদেট' হ'ব।

'গোদেট ! বাঃ বঢ়িয়া নাম।'—হৈৰম্বীয়ে ক'লে।

দীৰ্ঘ নিশ্বাস এটা পেলাই স্বস্তিয়ে ক'লে—'বেছ বঢ়িয়া নাম হব কিন্তু। ইও নিশ্চয় চাহাবৰ লগতেই যুঁজিব।'

'সেই কাৰণেইতো এনে নাম ৰখা হৈছে'—নীলফুলে ক'লে। কোৱাৰ পিছতেই তাইৰ মুখমণ্ডলত শিশুসুলভ নিঃসহায়ৰ ভাব ফুটি উঠিল।

সনতে বিচলিত হৈ ভিতৰৰ কথাবোৰ শুনি আছিল। ভিতৰি ভিতৰি সি অত্যন্ত দুৰ্বল অনুভৱ কৰিছিল। এফালে মৃত্যুৰ খবৰ, আৰু আনফালে জন্মৰ খবৰ·········

তাৰ চকুত বিহ্বলতা ফুটি উঠিল। তথাপি যুঁজি মৰাই ভাল—সি ঠিকেই কৰিছে। তেনেকৈ ভাবি সি এক তীব্ৰ উৎসাহ অনুভৱ কৰিলে।

···তাৰ পিছত এইবাৰ পদূলিলৈ ওলাই আহিল।

ৰঙা জীয়াঁটো তাৰ মূৰৰ ওপৰত কিছু বেলি চক্ৰাকাৰে ঘূৰি থাকিল আৰু তাৰ পিছত আকাশৰ বহু ওপৰলৈ উৰি গুচি গ'ল। ওপৰলৈ আৰু ওপৰলৈ······

সি দেখিলে, মুকলি, শান্ত, নীল আকাশৰ মাজে মাজে শুকুলা ডাৱৰবোৰ বতাহত শিমলু তুলাৰ দৰে বতাহত ওপঙি ফুৰিছে।

● ● ●